# শিল্পী-জীবনী কোষ

## প্রথম খণ্ড

(১৪৪৯-১৮৪৬ খ্রীষ্টাব্দ)

# শিল্পী-জীৱনী কোষ

## প্ৰথম খণ্ড

## (১৪৪৯-১৮৪৬ খ্ৰীষ্টাব্দ)


মুখ্য সম্পাদক

**সতীশ চন্দ্ৰ চৌধুৰী**

সম্পাদক

**দীপক কাকতি, প্ৰদীপ শৰ্মা**

*প্ৰৱিষ্টি সংকলক তথা সহযোগী সম্পাদক*

**কিশোৰ কুমাৰ কলিতা**





**পাঠশালা সাহিত্য সভা**

**Silpi-Jeevani Kosh** :Vol-1: *A collection of life sketches of some prominent artists of Assam, during the period of 1449-1846 A.D., Published by Nripen Kalita, Secy., Pathsala Sahitya Sabha, Pathsala-781325, District Barpeta (Assam), with full financial assistance from The Department of Culture, Govt. of Assam and Directorate of Cultural Affairs, Rabindra Bhawan, Guwahati, Assam.*

Chief Editor : **Satish Ch. Choudhury**
Editors : **Dipak Kakati, Pradip Sarma**
Entry Compiler cum Associate Editor : **Kishor Kr. Kalita**
Price : Rs. 125/- (Rupees one hundred twenty five)

---

**শিল্পী-জীৱনী কোষ**

**প্ৰথম খণ্ড (১৪৪৯-১৮৪৬ খ্ৰীষ্টাব্দ)**

মুখ্য সম্পাদক : *সতীশ চন্দ্ৰ চৌধুৰী*
সম্পাদকদ্বয় : *দীপক কাকতি, প্ৰদীপ শৰ্মা*
প্ৰবিষ্টি সংকলক তথা
সহযোগী সম্পাদক : *কিশোৰ কুমাৰ কলিতা*

প্ৰকাশক : *নৃপেন কলিতা*
সম্পাদক, পাঠশালা সাহিত্য সভা
প্ৰথম প্ৰকাশ : ৩০ অক্টোবৰ, ২০০৫ খ্ৰীষ্টাব্দ
গ্ৰন্থৰ স্বত্ব : পাঠশালা সাহিত্য সভা

বেটুপাত আৰু অংগসজ্জা : *মনোজ কুমাৰ চৌধুৰী*
মূল্য : ১২৫/-(একশ পঁচিশ টকা )
অক্ষৰ বিন্যাস : *সুৰেশ দাস*
মুদ্ৰণ : **ভায়োলিনা অফ্‌চেট এণ্ড মেগালিংকেছ ডি.টি.পি. চেন্টাৰ**
কলেজ ৰোড, পাঠশালা-৭৮১৩২৫ (অসম)
দূৰভাষ- ০৩৬৬৬-২৬৫৬৪৫, ৯৪৩৫১-২৩৩১৮

## 'শিল্পী-জীৱনী কোষ'ৰ প্ৰথম খণ্ডটি প্ৰকাশত আৰ্থিক অনুদান আগবঢ়োৱাৰ বাবে অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰ আৰু সাংস্কৃতিক সঞ্চালকালয়লৈ কৃতজ্ঞতা জ্ঞাপন

অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰে উক্ত দপ্তৰৰ অন্তৰ্গত সাংস্কৃতিক সঞ্চালকালয়ৰ যোগে, পাঠশালা সাহিত্য সভাই দাখিল কৰা আঁচনি অনুসৰি 'শিল্পী-জীৱনী কোষ'ৰ এই প্ৰথম খণ্ডটি প্ৰকাশৰ নিমিত্তে এক লাখ টকাৰ অনুদান আগবঢ়াই সভাক কৃতাৰ্থ কৰে। উক্ত অনুদানৰ ধনেৰেই এই খণ্ডটি প্ৰকাশ কৰা হৈছে। সেয়ে, অসম চৰকাৰৰ উক্ত দপ্তৰ আৰু সঞ্চালকালয়ৰ এই অৰ্থপূৰ্ণ সহযোগ আৰু সদিচ্ছাৰ বাবে পাঠশালা সাহিত্য সভা আৰু সভাৰ 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতিৰ তৰফৰ পৰা আন্তৰিকতাৰে কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। লগতে 'শিল্পী-জীৱনী কোষ'ৰ পৰৱৰ্তী খণ্ডকেইটি প্ৰকাশৰ ক্ষেত্ৰত পাঠশালা সাহিত্য সভালৈ সহযোগ তথা আৰ্থিক অনুদান মঞ্জুৰ কৰিবলৈ সাদৰে নিবেদন জনোৱা হ'ল।

**নৃপেন কলিতা**
সম্পাদক,
পাঠশালা সাহিত্য সভা
পাঠশালা (অসম)

**সতীশ চন্দ্ৰ চৌধুৰী**
সম্পাদক,
'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতি,
পাঠশালা সাহিত্য সভা

৩০ অক্টোবৰ, ২০০৫ খ্ৰীষ্টাব্দ

# পাঠশালা সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সমিতি

| | |
|---|---|
| সভাপতি | - নাৰায়ণ চন্দ্ৰ শৰ্মা |
| উপ-সভাপতি | - দিলীপ কুমাৰ শৰ্মা |
| সম্পাদক | - নৃপেন কলিতা |
| সহকাৰী সম্পাদকদ্বয় | - টিকেন্দ্ৰজিৎ কলিতা, ধীৰেন্দ্ৰনাথ কলিতা |
| ধনভঁৰালী | - গজেন দাস |
| সদস্যবৃন্দ | - সতীশ চন্দ্ৰ চৌধুৰী, প্ৰবোধ শৰ্মা, মনোমোহন শৰ্মা, দীপক কাকতি, দ্বিজেন্দ্ৰলাল দাস, ৰবীন্দ্ৰ নাথ কলিতা, অনিল ডেকা, মাধৱ কলিতা, গগন চৌধুৰী, মদন ৰয়, সুবোধ চৌধুৰী, ড° ৰুণু দেৱী, প্ৰণীতা দত্ত পাঠক, ৰোহিণী কুমাৰ শৰ্মা আৰু পবিত্ৰ কুমাৰ শৰ্মা |
| হিচাপ পৰীক্ষকদ্বয় | - চক্ৰপাণি কলিতা, পীতাম্বৰ কলিতা |

# প্ৰকাশন সমিতি

| | |
|---|---|
| সভাপতি | - নাৰায়ণ চন্দ্ৰ শৰ্মা |
| উপ-সভাপতি | - দিলীপ কুমাৰ শৰ্মা |
| প্ৰকাশন সচিব | - সতীশ চন্দ্ৰ চৌধুৰী |
| সদস্যবৃন্দ | - দীপক কাকতি, মাধৱচন্দ্ৰ অধিকাৰী, নৰনাৰায়ণ দেৱ শৰ্মা, মনোমোহন শৰ্মা, অনিল ডেকা, নৃপেন কলিতা, টিকেন্দ্ৰজিৎ কলিতা আৰু প্ৰদীপ শৰ্মা |

# কৃতজ্ঞতা স্বীকাৰ

পাঠশালা সাহিত্য সভাৰ দীৰ্ঘম্যাদী 'শিল্পী-জীৱনী কোষ' আঁচনিখনৰ ৰূপায়ণৰ ক্ষেত্ৰত আগবঢ়োৱা সহযোগ তথা সদিচ্ছাৰ লগতে এই খণ্ডটি প্ৰস্তুত কৰাৰ দিশত বিভিন্ন প্ৰকাৰে দিহা-পৰামৰ্শ প্ৰদান কৰাৰ বাবে অসম চৰকাৰৰ সাংস্কৃতিক বিভাগৰ পূৰ্বৰ সঞ্চালকত্ৰয় ক্ৰমে শ্ৰদ্ধেয় গিৰিজাপ্ৰসাদ দাস, অৱনী গোঁহাইবৰুৱা, আনন্দমোহন ভাগৱতীৰ লগতে অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰৰ বৰ্তমানৰ আয়ুক্ত সচিব শ্ৰদ্ধেয় মৃণাল কুমাৰ বৰুৱা আৰু যুটীয়া সচিব স্বপ্নীল বৰুৱা, সাংস্কৃতিক বিভাগৰ বৰ্তমানৰ সঞ্চালক প্ৰীতম শইকীয়া তথা কোষ আঁচনিলৈ যথাযোগ্য সেৱাৰে অনুগৃহীত কৰা শ্ৰদ্ধেয় গৱেষক পণ্ডিত ড° ৰামচৰণ ঠাকুৰীয়া, নাট্যকাৰ-শিল্পী ৰাম গোস্বামী আৰু ড° পৱন বৰদলৈলৈ শলাগ আৰু কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। লগতে এই আঁচনি ৰূপায়ণৰ ক্ষেত্ৰত বিভিন্নপ্ৰকাৰে সহযোগ তথা দিহা-পৰামৰ্শ আগবঢ়োৱাৰ বাবে পাঠশালা সাহিত্য সভাৰ প্ৰকাশন সমিতি তথা সভাৰ 'শিল্পী-জীৱনী কোষ' আঁচনিৰ লগত জড়িত পূৰ্বসূৰীসকল ক্ৰমে - শচীন্দ্ৰ কুমাৰ দাস, মুনীন্দ্ৰনাথ শৰ্মা, নৰনাৰায়ণ দেৱ শৰ্মা, মাধৱ চন্দ্ৰ অধিকাৰী, প্ৰবোধ শৰ্মা, ধীৰেন্দ্ৰনাথ তালুকদাৰ, জীৱনকৃষ্ণ পাত্ৰ, নাৰায়ণ চন্দ্ৰ শৰ্মা, ড° উত্তম পাঠক, চক্ৰপাণি কলিতা, অনিল ডেকা, কুলৰঞ্জন দাস, সদানন্দ মিশ্ৰ, মুকুল গোস্বামী, মনোমোহন শৰ্মা, নৃপেন কলিতা, পীতাম্বৰ কলিতা, ড° বসন্ত কুমাৰ শৰ্মা, দিলীপ কুমাৰ শৰ্মা, অৰুণ কুমাৰ শৰ্মা, লংকেশ্বৰ চৌধুৰী, পুলুকুমাৰ শৰ্মা, টিকেন্দ্ৰজিৎ কলিতা, হৰগোবিন্দ দেৱ শৰ্মা, মঃ আবুবক্কৰ ছিদ্দিক আৰু মঃ ফজল আলিৰ আন্তৰিকতাৰে শলাগ লৈ কৃতজ্ঞতা জনোৱা হ'ল।

**নৃপেন কলিতা**
সম্পাদক,
পাঠশালা সাহিত্য সভা
পাঠশালা (অসম)

**সতীশ চন্দ্ৰ চৌধুৰী**
সম্পাদক,
'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতি,
পাঠশালা সাহিত্য সভা

৩০ অক্টোবৰ, ২০০৫ খ্ৰীষ্টাব্দ

# *শিল্পী-জীৱনী কোষ সম্পাদনা সমিতি*

সভাপতি

*নাৰায়ণ চন্দ্ৰ শৰ্মা*

মুখ্য সম্পাদক

*সতীশ চন্দ্ৰ চৌধুৰী*

সম্পাদকদ্বয়

*দীপক কাকতি*

*প্ৰদীপ শৰ্মা*

প্ৰৱিষ্টি সংকলক তথা সহযোগী সম্পাদক

*কিশোৰ কুমাৰ কলিতা*

সদস্যদ্বয়

*দিলীপ কুমাৰ শৰ্মা*

*নৃপেন কলিতা*

# আগকথা

শিল্পী-কলাকাৰসকলক মৰ্যাদা দিব জনা জাতিক সু-সভ্য বুলিব পাৰি। জাতিৰ জীৱনলৈ, সমাজলৈ ভালৰ লগতে বেয়াৰো প্ৰৱেশ ঘটে। শিল্পী-কলাকাৰসকলে বেয়াৰ সেই আৱৰ্জনাবোৰ আঁতৰাই জাতীয় জীৱনক মাৰ্জিত কৰে। ইয়াকে কৰিবলৈ যাওঁতেই তেওঁলোকৰ উদ্ভাৱনী দক্ষতাৰ পৰিচয় ফুটি উঠে বিভিন্ন শিল্প-মাধ্যমৰ মাজেৰে। জ্যোতিপ্ৰসাদে কৈছিল যে - প্ৰত্যেক মানুহেই শিল্পী, কিন্তু সকলোৱে নিজৰ নিজৰ শিল্পী-সত্তাৰ বিষয়ে অনুধাৱন কৰিব নোৱাৰে। সেয়ে সকলো মানুহ শিল্পী হ'ব নোৱাৰে। যিসকলে নিজৰ সেই মহত্বক অনুধাৱন কৰিব পাৰে, তেওঁলোকে সমাজক, সমাজৰ অন্য মানুহবোৰক পোহৰৰ বাট দেখুৱাব পাৰে। তেনেদৰেই তেওঁলোকে সমাজ-জীৱন মহীয়ান কৰি তোলে, জাতিটোক সভ্যতাৰ সোপানেৰে বগাবলৈ শক্তি-সামৰ্থৰ যোগান ধৰে। জাতীয় সংস্কৃতিৰ উপৰিসৌধ নিৰ্মাণ কৰে শিল্পী-কলাকাৰ সকলেই। বহু সময়ত এওঁলোকৰ বহুজন অজ্ঞাত হৈ থাকে। ইয়াৰ গুৰিত সামাজিক পৰম্পৰা এটাও থাকিব পাৰে। বিশেষকৈ লোক-শিল্পীসকলে এনে এটা পৰম্পৰাকে মানি চলিছিল। তেওঁলোকৰ দৃষ্টিত সমাজখন মুখ্য, তেওঁলোকৰ শিল্পবস্তু নহয়। তেওঁলোকে সৃষ্টি কৰিছে সমাজৰ কাৰণে। সমাজৰ গোষ্ঠীবদ্ধ মানসিকতা তেওঁলোকৰ শিল্পসৃষ্টিৰ প্ৰেৰণা। সমাজক সৃষ্টিৰ বৈভৱ দান কৰিব পৰাতে তেওঁলোকৰ জীৱনৰো সাৰ্থকতা জড়িত হৈ পৰে। সেয়ে তেওঁলোকে নিজক অজ্ঞাত কৰি ৰাখে, অথবা বৃহৎ সমাজ-জীৱনৰ লগত তেওঁৰ গাইগুটীয়া ব্যক্তিসত্তা একাকাৰ কৰি পেলায়। তেনে ক্ষেত্ৰত নিজৰ ব্যক্তিগত পৰিচয় অক্ষুণ্ণ ৰখাটো গৌণ হৈ পৰে। এওঁলোকৰ জীৱন-চৰিত পুনৰ নিৰ্মাণ কৰা মুঠেই সম্ভৱ নহয়। লোক-শিল্পীসকলৰ বাহিৰেও সমাজত বহু শিল্পী-কলাকাৰ থাকে, যি নিজৰ ব্যক্তিগত পৰিচয় গোপনে ৰখাতে সন্তুষ্টি লাভ কৰে। তেওঁলোকৰ সৃষ্টিৰ মাজত তেওঁলোকৰ নাম পাব পাৰিলেও, তেওঁলোকৰ জীৱন পৰিক্ৰমাৰ কোনো কথাকে জানিব পৰা নাযায়। এই কাৰণতে তেওঁলোকৰ জীৱন-চৰিতক কোনো ৰকমে পূৰ্ণাংগ ৰূপ দিব নোৱাৰি। পাঠশালা সাহিত্য সভাই অসমৰ বিখ্যাত-অখ্যাত শিল্পীৰ 'শিল্পী-জীৱনী কোষ' এখন ৰচনা কৰিছে যদিও তাত অন্তৰ্ভুক্ত প্ৰবিষ্টি সমূহ যে পূৰ্ণাংগ হ'ব নোৱাৰে, তেনে প্ৰবিষ্টিসমূহৰ ক্ষেত্ৰত যে সীমাবদ্ধতা আছে সেই কথাটো

সততে মনত ৰাখিব লাগিব। কিন্তু সভাৰ এই প্ৰচেষ্টা অসমীয়া সাহিত্যত এক নতুন চেউনি আলি, প্ৰশংসনীয় আৰু আদৰণীয়।

'শিল্পী-জীৱনী কোষ' প্ৰণয়ন কৰিবলৈ গৈ সভাই শিল্পীৰ এটা বহল সংজ্ঞা নিৰ্দ্ধাৰণ কৰি লৈছে। এই সংজ্ঞাৰ ভিতৰত আছে সেইসকল শিল্পী, যি পৰিৱেশ্য কলা, গীত-বাদ্য-নৃত্য-নাট্যাভিনয় -চিত্ৰ-স্থাপত্য-ভাস্কৰ্যৰ পৰা আৰম্ভ কৰি মিস্ত্ৰী, কলা-কুশলী, বাঁহ-বেতৰ শিল্পী আৰু প্ৰযুক্তি-বিদ্যাৰ লগত জড়িত। সকলো প্ৰকাৰৰ লোক-শিল্পৰ লগত জড়িত ব্যক্তিও এই সংজ্ঞাৰ ভিতৰতে পৰিছে। নিঃসন্দেহে সংজ্ঞাটোৱে তাৰ বিস্তৃত পৰিধিৰ কথা ঘোষণা কৰিছে আৰু সেই কালৰ পৰা অসমৰ জাতীয় আৰু সাংস্কৃতিক জীৱনলৈ অপৰিমেয় আৰু সামান্যতম অৰিহণা দি থৈ যোৱা শিল্পীগৰাকীয়েও বিশেষ মান্যতা লাভ কৰিব পাৰিছে। 'শিল্পী-জীৱনী কোষ'ৰ (প্ৰথম খণ্ড) কাৰণে সময়-সীমা ধাৰ্য কৰা হৈছে ১৪৪৯ খ্ৰীষ্টাব্দৰ পৰা ১৮৪৬ খ্ৰীষ্টাব্দ। ১৪৪৯ খ্ৰীষ্টাব্দৰ তাৎপৰ্য নিৰ্দ্ধাৰণ কৰা হৈছে মহাপুৰুষ শংকৰদেৱৰ আৱিৰ্ভাৱেৰে। আনহাতে ১৮৪৬ খ্ৰীষ্টাব্দত 'অৰুণোদই' প্ৰকাশ পোৱাৰ লগে লগে অসমীয়া ভাষা-সাহিত্যই অন্য এটা মোৰ লোৱাত, সেই সময়খিনিক 'শিল্পী-জীৱনী কোষ' প্ৰথম খণ্ডৰ সীমা ধৰি লোৱা হৈছে। এই সময়-সীমা আজিৰ পৰা বহু অতীত হৈ গ'ল আৰু ইয়াৰ ভিতৰত জন্ম লাভ কৰা শিল্পীও পাহৰণিৰ গৰ্ভত হেৰাই গ'ল। তাৰ মাজতে যিসকলৰ জীৱন-চক্ৰ বুটলি অনা হৈছে, সেইসকলৰ কৰ্মৰাজিকে তেওঁলোকৰ জীৱনী ৰূপে গ্ৰহণ কৰিবলগীয়া হৈছে। গতিকে তেওঁলোকৰ জীৱন-বিষয়ৰ টোকাসমূহ মানৱীয় হীন-ডেঢ়ি, সফলতা-দুৰ্বলতাৰ তথ্য নহয়, তেওঁলোকে কৰি যোৱা কৰ্মৰ মহত্ত্বৰ স্মাৰকহে। সেইসকল ব্যক্তিৰ জন্ম-মৃত্যু, বংশ-পৰিয়াল, সামাজিক স্থিতি, জীৱন-দৰ্শন আদিৰ বিষয়ে তথ্যৰ অভাৱত স্মাৰকসমূহকে গুৰুত্বপূৰ্ণ বুলি গ্ৰহণ কৰিব পাৰি। গ্ৰন্থখনৰ মুখ্য সম্পাদক গৰাকীয়ে একোজন শিল্পীৰ জীৱন-চক্ৰ পুনৰ নিৰ্মাণ কৰাৰ ক্ষেত্ৰত থকা তথ্যৰ অভাৱৰ কথা উল্লেখ কৰিছে। পাঠক হিচাপে আমি তেখেতৰ মন্তব্যৰ লগত সহমত প্ৰকাশ কৰাৰ বাহিৰে আমাৰো অন্য উপায় নাই।

'শিল্পী-জীৱনী কোষ' গ্ৰন্থখন পঢ়ি ধাৰণা হৈছে যে বহু অৰণ্য কাটি প্ৰৱিষ্টিসমূহক একো একোটা ৰূপ দিবলৈ মুখ্য সম্পাদককে ধৰি এইবোৰ প্ৰস্তুত কৰা তেখেতৰ সহযোগীসকলে যত্নৰ ত্ৰুটি কৰা নাই। লক্ষ্য কৰিব পাৰি যে তথ্য-

সংগ্ৰহ পদ্ধতিটো প্ৰধানকৈ পুথিভঁৰাল, পত্ৰ-পত্ৰিকা আৰু হাতে লিখা পুথিৰ লগত বিশেষভাৱে জড়িত হৈ ৰৈছে। এই ক্ষেত্ৰত ক্ষেত্ৰ অধ্যয়নৰ কথাও কোৱা হৈছে যদিও এই দিশটো বিশেষ প্ৰশস্ত হোৱাৰ নিশ্চয় অৱকাশ থাকিব পাৰে? ক্ষেত্ৰ অধ্যয়নৰ জৰিয়তে অধিক তথ্য সংগ্ৰহৰ সম্ভাৱনা থাকি যাব পাৰে। আশাকৰোঁ ভৱিষ্যতলৈ এই ক্ষেত্ৰত সম্পাদনা সমিতিয়ে যথাযথ গুৰুত্ব আৰোপ কৰিব। কিন্তু ই ব্যয়বহুল কাম। শাখা সাহিত্য সভা এখনে এই ব্যয় বহন কৰা কোনোপধ্যে সম্ভৱ নহয়। ৰাজ্য চৰকাৰৰ সাংস্কৃতিক বিভাগে এই ক্ষেত্ৰত সৰ্বতোপ্ৰকাৰে আগলৈ সহযোগ তথা প্ৰয়োজনীয় আৰ্থিক অনুদান সাহিত্য সভালৈ আগবঢ়োৱা উচিত কাৰ্য হ'ব। এই প্ৰসংগত আমাৰ ফালৰ পৰা জনাব খোজো যে গ্ৰন্থখনত চিত্ৰশিল্পীৰ শিতানত হস্তীবিদ্যাৰ্ণৱৰ বিখ্যাত শিল্পী দুগৰাকী দিলবৰ আৰু দোচাইৰ বহিৰেও চলিহা বাৰেঘৰ সত্ৰৰ বিষ্ণুৰাম-পূৰ্ণকাম (১৭০০ খ্ৰীষ্টাব্দৰ পৰা ১৭৬৯ খ্ৰীঃ), দুৰ্গাৰাম বেথা, দুৰ্গা পঞ্চানন, শশধৰ আতা ('কুমৰ-হৰণ' নাটৰ চিত্ৰকৰ) আদি কোনো কোনো শিল্পীৰ বিষয়ে তথ্য পোৱা যায় আৰু গ্ৰন্থৰ প্ৰবিষ্টি ৰূপে গ্ৰহণৰ পৰামৰ্শ আগবঢ়াব পাৰি। ক্ষেত্ৰ অধ্যয়নৰ পৰা প্ৰবিষ্টিসমূহ সমৃদ্ধ কৰিবলৈ অসমৰ ভিন্ ভিন্ অঞ্চলত কাঠৰ অসংখ্য ভাস্কৰ্য আছে। মাজুলীৰ চামগুৰি সত্ৰ. চতিয়াৰ শালমৰা, কামৰূপ-বৰপেটা-দক্ষিণ কামৰূপৰ বহুকেইখন সত্ৰত পৰ্যাপ্ত পৰিমাণৰ ভাস্কৰ্য আছে। এইবোৰৰ সকলো স্ৰষ্টাৰ বিষয়ে জানিব পৰা নহ'লেও, কোনো কোনো জনৰ বিষয়ে প্ৰয়োজনীয় তথ্য পাব পাৰি। অসমৰ নাট-ভাওনাৰ জগতখনৰ লগত জড়িত বহু শিল্পীৰ বিষয়ে এতিয়াই তথ্য সংগ্ৰহ কৰিব পাৰিলেহে গ্ৰন্থখনৰ পৰিবৰ্দ্ধিত সংস্কৰণ এটা বিশেষ মহিমাৰে সংকলন কৰিব পৰাৰ থল আছে।

তথ্য সংগ্ৰহ, আৰ্থিক অসুবিধা আদি বহু সীমাবদ্ধতাৰ মাজতো পাঠশালা সাহিত্য সভাই অতি স্মৰণীয় কাম এটা সম্পাদন কৰাত সভাৰ কৰ্মকৰ্তাসকল, মুখ্য সম্পাদক প্ৰমুখ্যে সহযোগীসকল প্ৰশংসাৰ যোগ্য হৈ থাকিব।

নৰেন কলিতা

৩০ অক্টোবৰ, ০৫ খ্ৰীঃ

(ড° নৰেন কলিতা)

# সম্পাদকীয় নিৰেদন

অসমীয়া ভাষা-সাহিত্যৰ দৰে কলা-সংস্কৃতিৰ ইতিহাস, ইয়াৰ উত্তৰণ আৰু বিকাশৰ ক্ষেত্ৰখন বিশাল আৰু সৰ্বকালৰ বাবে সমাদৃত বুলি গৱেষক তথা ভাষা-সাহিত্যৰ পণ্ডিতসকলে মত ব্যক্ত কৰি আহিছে। আনহাতে অসমৰ কলা-সংস্কৃতিৰ জগতখনক বাৰেৰহণীয়া বুলিও আখ্যা দি অহা হৈছে। এনেবোৰ দিশৰ বিশদ ব্যাখ্যালৈ নগৈও অনুভৱ কৰা হয় যে অসম তথা অসমীয়া কলা-সংস্কৃতিৰ জগতখনত শিল্পী তথা শিল্পৰ লগত জড়িত অন্যান্য কলা-কুশলীসকলক যথাযথ মান্যতা বৰ্তমানলৈকে সঠিকভাৱে দিয়াৰ তথ্য, উৎস তথা উদাহৰণ সম্ভৱতঃ তেনেই সামান্য পৰ্যায়ৰ বুলিহে অভিহিত কৰিব পাৰি। ইতিহাসবিদ তথা নন্দনতত্ত্বৰ ৰসগ্ৰাহীসকল আদি সকলোৱে অসমৰ শিল্পীসকলৰ কলাকৃতীক তেওঁলোকৰ ৰচনাৰাজিত অন্তৰ্ভুক্ত কৰিছে যদিও স্বয়ং শিল্পীসকলৰ জীৱন, তেওঁলোকৰ কৰ্মৰাজি আদিৰ লগতে তেওঁলোকৰ শিল্প-সাধনাৰ সংগ্ৰামী সত্তাক বিস্মৃতিৰ গৰ্ভত প্ৰায়ে এৰি থৈ অহা হৈছে। সেয়েহে এতিয়ালৈকে পোৱা সমগ্ৰ বুৰঞ্জী, ঐতিহাসিক দলিল, গৱেষণা গ্ৰন্থ, পত্ৰ-পত্ৰিকা তথা বিভিন্ন লেখা আদিত সাহিত্যিক আৰু তেওঁলোকৰ কৰ্মৰাজিৰ যিমান তথ্য আদি পোৱা যায়, সিমানখিনি তথ্য শিল্পীসকলৰ ক্ষেত্ৰত সিসমূহৰ লিখিত বিৱৰণত অনুপস্থিত বুলিয়েই অভিমত ব্যক্ত কৰিব পাৰি। পূৰ্ব-আহোম যুগ, আহোম যুগ, বৈষ্ণৱ সংস্কৃতিৰ কালছোৱাকে আদি কৰি বিংশ শতিকাৰ প্ৰায় তৃতীয় দশকমানলৈ অসমৰ শিল্পীসকল অনাদৃত হৈ আহিছে বুলিয়েই মত ব্যক্ত কৰিব পাৰি। আনকি শিল্পী তথা কলা-কুশলীসকলৰ নিজস্ব কৰ্মসমূহতো শিল্পী সকলৰ নাম উল্লেখ কৰাৰ উদাহৰণো প্ৰায় নাই বুলিয়েই ঠাৱৰাব পাৰি। এনেবোৰ কাৰণতে লিখিত তথ্যৰ সমল তথা বুৰঞ্জীৰ আঁত ধৰি বিস্মৃতিত লুপ্ত এইসকল শিল্পী তথা কলাকাৰ সকলৰ জীৱন-কৰ্ম নিৰূপণ এক কঠিন কাম। অতি হতাশজনক হ'লেও অসমৰ শিল্পীসকলৰ জীৱনীৰ ক্ষেত্ৰত এইয়াই হৈছে বাস্তৱ স্থিতি বা প্ৰতিচ্ছবি।

এনেবোৰ দিশৰ পটভূমিতে ১৯৮৭ - ৮৮ বৰ্ষত পাঠশালা সাহিত্য সভাই এখনি আঁচনি প্ৰস্তুত কৰি অসমৰ শিল্পীসকলৰ জীৱনী সংগ্ৰহ কৰি এখনি 'শিল্পী-

জীৱনী কোষ' প্ৰণয়নৰ পৰিকল্পনা কৰিছিল। ইয়াৰ বাবে অৰ্থ আৰু সু-গভীৰ গৱেষণাৰ অভাৱ অনুভৱ কৰা হৈছিল যদিও সভাই দাখিল কৰা এক আঁচনি অনুসৰি 'শিল্পী-জীৱনী কোষ' প্ৰণয়ন আৰু প্ৰকাশৰ বাবে ৰাজ্য চৰকাৰৰ সাংস্কৃতিক বিভাগে সভালৈ এটি আৰ্থিক অনুদান আগবঢ়ায়। এই বিষয়ক বিতং তথ্য আদি এই গ্ৰন্থৰ (কোষৰ) প্ৰকাশক আৰু পাঠশালা সাহিত্য সভাৰ প্ৰকাশন সচিব তথা 'শিল্পী-জীৱনী কোষ'ৰ সম্পাদনা সমিতিৰ সম্পাদকৰ নিৱেদনত ক্ৰমে লিপিবদ্ধ কৰা হৈছে বাবে ইয়াত উৎসৰ কথাহে মাত্ৰ উল্লেখ কৰা হ'ল। বিভিন্ন কাৰণত, বিশেষকৈ তথ্যৰ অভাৱৰ হেতু আঁচনিৰ কাম বিভিন্ন সময়ত স্থবিৰ হৈ পৰাত পাঠশালা সাহিত্য সভাই আঁচনিখনৰ পুনৰ বিশ্লেষণ তথা মূল্যায়ন কৰি 'শিল্পী-জীৱনী কোষ' প্ৰকাশৰ দিশত অগ্ৰসৰ হ'বলৈ সিদ্ধান্ত কৰে। উক্ত সিদ্ধান্তৰ ভিত্তিতে তথ্য সংগ্ৰহ, অনুসন্ধান আদিত গুৰুত্ব প্ৰদান কৰা হয়। গৱেষণা সদৃশ এই কাৰ্যৰ বাবে তথ্য সংগ্ৰহ, অনুসন্ধান আদি কৰিবলৈ সম্পাদনা সমিতিৰ এগৰাকী কিশোৰ কুমাৰ কলিতাই আগবাঢ়ি অহাত তেওঁক প্ৰৱিষ্টি সংকলনৰ দায়িত্ব অৰ্পণ কৰা হয়। লগতে সম্পাদনা সমিতিৰ আনসকলে যথাযোগ্য সহযোগ আগবঢ়োৱাত 'শিল্পী-জীৱনী কোষ' আঁচনিৰ প্ৰথম খণ্ডৰ কাম সম্পন্ন কৰা হয়। প্ৰসংগক্ৰমে উল্লেখ কৰি থোৱা উচিত হ'ব যে এই খণ্ডটিৰ সময় নিৰ্দ্ধাৰণৰ বাবে প্ৰথম অৱস্থাত এক আহুকালৰ সন্মুখীন হ'বলগীয়া হৈছিল যদিও শেষত সকলোৰে পৰামৰ্শ আৰু সভাৰ সিদ্ধান্ত অনুসৰি মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ জন্ম খ্ৰীষ্টাব্দ ১৪৪৯ ৰ পৰা আৰম্ভ কৰি 'অৰুণোদই'ৰ আৰম্ভণি সময় অৰ্থাৎ ১৮৪৬ খ্ৰীষ্টাব্দৰ ভিতৰত জন্ম লাভ কৰা শিল্পীসকলক প্ৰথম খণ্ডটিত সামৰিবলৈ সিদ্ধান্ত কৰা হয়। এই ক্ষেত্ৰত পুনৰ উল্লেখ কৰিব পাৰি যে অসমৰ জাতীয় জীৱনত মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ আৰু 'অৰুণোদই' এই দুয়োটি দিশ বা বিষয়েই তাৎপৰ্য বহন কৰিছে, সেয়েহে সময় নিৰ্দ্ধাৰণ কৰাৰ ক্ষেত্ৰত বিষয় দুটিয়ে অগ্ৰাধিকাৰ লাভ কৰিছিল। এই খণ্ডটিত ১৪৪৯ ৰ পৰা ১৮৪৬ খ্ৰীষ্টাব্দৰ ভিতৰত জন্ম লাভ কৰা শিল্পীসকলৰ জীৱনী তথা কৃতীহে সামৰা হৈছে। এই সময়ছোৱাৰ আগৰ বা পাছৰ শিল্পীসকলক সামৰা হোৱা নাই। প্ৰসংগক্ৰমে উল্লেখ কৰা হ'ল যে ১৪৪৯ তথা ১৮৪৬ খ্ৰীষ্টাব্দ এই দুটি বছৰো ইয়াত সামৰা হৈছে।

'শিল্পী'ৰ সংজ্ঞা নিৰ্দ্ধাৰণৰ ক্ষেত্ৰত সম্পাদনা সমিতি তথা সভাই পৰিৱেশ্য

কলা, গান, বাজনা, নৃত্য (নাচ), নাট্যাভিনয়, চিত্র আদিক সামৰি লোৱাৰ লগতে স্থাপত্য আৰু ভাস্কৰ্য, বিভিন্ন কাৰিকৰ, মিস্ত্ৰী, কলা-কুশলী, কাঠ-বাঁহ-বেতৰ সামগ্ৰী নিৰ্মাণ কৰোঁতা, প্ৰযুক্তিবিদ আদি সকলোকে শিল্পীৰ মান্যতা প্ৰদান কৰা হৈছে। অৱশ্যে যিসকল কেৱল গীতিকাৰ তথা নাট্যকাৰৰূপে স্বীকৃত তেওঁলোক এইখণ্ডৰ শিল্পীৰ পৰিবৃত্তৰ ভিতৰত অন্তৰ্ভুক্ত হোৱা নাই। বিভিন্ন লোক-শিল্পৰ লগত জড়িতসকল স্বাভাৱিকভাৱেই এই সংজ্ঞাৰ পৰিধিত সোমাই পৰিছে। অসম ভূমিত (বৰ্তমান অসমৰ মানচিত্ৰখনহে ইয়াত ধৰা হৈছে) শিল্প সাধনা কৰা শিল্পীসকলক যিহেতু ধৰা হৈছে সেয়েহে কিছুসংখ্যক অসমত জন্মগ্ৰহণ নকৰা অথচ অসমত শিল্প সাধনা কৰা শিল্পীৰ নামো ইয়াত অন্তৰ্ভুক্ত হৈছে।

'শিল্পী-জীৱনী কোষ'ৰ তথ্য সংগ্ৰহ, অনুসন্ধান আৰু গৱেষণাৰ বাবে মূলতঃ নিৰ্ভৰ কৰা হৈছিল অসমৰ অ'ত-ত'ত সিঁচৰতি হৈ থকা বিভিন্ন পত্ৰ-পত্ৰিকা, গ্ৰন্থ, হাতেলিখা পুথি আৰু অসমৰ কেবাখনো জিলাৰ জিলা পুথিভঁৰাল আদিত থকা গ্ৰন্থৰ ওপৰত। গুৱাহাটী ৰাজ্যিক কেন্দ্ৰীয় পুথিভঁৰাল, শংকৰদেৱ কলাক্ষেত্ৰত অৱস্থিত পুথিভঁৰাল, অসম প্ৰত্নতাত্ত্বিক অনুসন্ধান বিভাগৰ পুথিভঁৰাল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিভঁৰাল আদি অলেখ পুথিভঁৰালৰ লগতে কিছুসংখ্যক ব্যক্তি বিশেষৰ গ্ৰন্থাগাৰতো অনুসন্ধান কৰা হৈছিল তথা বৰপেটা, তেজপুৰ, গুৱাহাটী, নলবাৰী, যোৰহাট, ডিব্ৰুগড়, মাজুলী আদিত ক্ষেত্ৰভিত্তিক অধ্যয়নো কৰা হৈছিল। এইবোৰ উৎসত প্ৰায়ে নিৰাশ হ'বলগীয়া হৈছিল আৰু এটি প্ৰবিষ্টিৰ বাবে কেবাখনো গ্ৰন্থ, পত্ৰ-পত্ৰিকা আদিৰ পাত লুটিয়াব লগা হৈছিল। বেছিভাগ পত্ৰ-পত্ৰিকা, গ্ৰন্থ আদিত কোনো শিল্পীৰ নাম উল্লেখ আছিল যদিও শিল্পীজনাৰ জীৱন-কৰ্ম আদিৰ সামান্যতমো আভাস নাছিল। ক্ষেত্ৰভিত্তিক অধ্যয়নৰ সময়তো যিসকল ব্যক্তিক লগ পোৱা হৈছিল সেইসকলৰ সৰহভাগে নিৰ্দ্ধাৰিত কৰা সময়সীমাৰ শিল্পীৰ বিষয়ে তথ্য দিবলৈ অপাৰগ হৈছিল। এটা প্ৰবিষ্টি প্ৰস্তুত কৰিবলৈ অলেখ গ্ৰন্থ, পত্ৰ-পত্ৰিকা, বাতৰি কাকতৰ টুকুৰা, স্থানীয় পৰ্যায়ত ওলোৱা আলোচনী, স্মৃতি-গ্ৰন্থ আদিৰ সহায় লোৱা হৈছিল বাবে খণ্ডটিত বিস্তৃত গ্ৰন্থপঞ্জীৰ বিৱৰণ দাঙি ধৰা নাই। কেৱল কিছু সংখ্যক গ্ৰন্থাদিৰ তালিকাহে গ্ৰন্থৰ শেষৰফালে উল্লেখ কৰা হৈছে। তথ্য সংগ্ৰহৰ ক্ষেত্ৰত বিভিন্ন প্ৰকাৰে সহযোগ আগবঢ়োৱা সকলৰ তালিকা দীঘলীয়া হ'ব বাবে

সিসকলৰ নাম উল্লেখ নকৰি তেওঁলোকলৈ আগবঢ়োৱা হ'ল কৃতজ্ঞতাৰ শৰাই।

প্ৰসঙ্গক্ৰমে উল্লেখ কৰা উচিত হ'ব যে অসমৰ সত্ৰ, নামঘৰ, মঠ-মন্দিৰ, গীৰ্জা, ঈদগাহ্-মছজিদ আদিত অনেক প্ৰকাৰৰ শিল্পৰ নিদৰ্শন পোৱা হয় যদিও সিসমূহৰ কলাকাৰ তথা শিল্পীসকলৰ জীৱনী আৰু কৰ্মৰ কোনো প্ৰকাৰৰ তথ্য বা সমল পোৱা নগ'ল বাবে খণ্ডটিত সামৰিব পৰা নগ'ল।

আনহাতে নিৰ্দ্ধাৰণ কৰা সময়ছোৱাক সামৰি অসমৰ পৰম্পৰাগত নৃত্য-গীতকে ধৰি লোক-কলা, লোক-সংস্কৃতি, ঢুলীয়া-ভাওনা, ওজাপালি, অংকীয়া ভাওনা, দেৱদাসী নৃত্য পৰম্পৰা আদিৰ লগতে চিত্ৰ-ভাস্কৰ্য আদিৰ ভালেসংখ্যক শিল্পীৰ নাম উল্লেখ পোৱা গ'লেও তেওঁলোকৰ জীৱন আৰু কৰ্মৰ বিষয়ে সমল বা তথ্যাদি নোপোৱা বাবে সিসমূহ খণ্ডটিত সামৰিব পৰা নগ'ল। একেদৰে অসমৰ ভালেসংখ্যক মহাপুৰুষৰ জীৱনী তেওঁলোকে জড়িত থকা পৰিৱেশ্য কলা বিষয়ক তথ্যাদিৰ অভাৱত খণ্ডটিত সামৰিব পৰা নগ'ল। উক্ত দিশসমূহৰ লগতে এই খণ্ডত বাদ পৰিব পৰা শিল্পীৰ জীৱনী আৰু কৰ্ম কাৰোবাৰ জনা থাকিলে বা তথ্যাদিৰ সন্ধান থাকিলে 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতিলৈ প্ৰেৰণৰ বাবে মুকলি আহ্বান জনোৱা হ'ল যাতে এই খণ্ডৰ পৰিবৰ্দ্ধিত (প্ৰয়োজন সাপেক্ষে) সংস্কৰণত অন্তৰ্ভুক্ত কৰি গ্ৰন্থখন অধিক সমৃদ্ধ কৰিব পৰা হয়।

বিশেষভাৱে উল্লেখযোগ্য যে শ্ৰদ্ধেয় ড° নৰেন কলিতাদেৱ অসমৰ এগৰাকী বিশিষ্ট গৱেষক পণ্ডিত, সাহিত্যিক, অসমৰ সত্ৰীয়া সংস্কৃতি, কলা-সংস্কৃতি তথা ভাস্কৰ্য-শিল্প আদি ক্ষেত্ৰৰ বৰেণ্য আৰু সন্মানীয় ব্যক্তি। শ্ৰদ্ধেয় কলিতাদেৱে এই খণ্ডটি অধ্যয়ন কৰি এটি বিশ্লেষাত্মক 'আগকথা'ৰে গ্ৰন্থখনক অকল সমৃদ্ধ কৰাই নহয়, খণ্ডটিক সমাদৃতৰ দিশলৈ অগ্ৰসৰিতও কৰিছে। লগতে এই খণ্ডটি প্ৰকাশৰ দিশত অনেক প্ৰকাৰে দিহা-পৰামৰ্শ প্ৰদান কৰাৰ উপৰিও তেওঁ প্ৰস্তুত কৰা দুটি প্ৰবিষ্টি ক্ৰমে 'ধৱল আতৈ' আৰু 'লয়ন কঁহাৰ' গ্ৰন্থত অন্তৰ্ভুক্ত কৰা হৈছে। শ্ৰদ্ধেয় কলিতাদেৱৰ এই মহানুভৱতাৰ বাবে শ্ৰদ্ধা সহকাৰে কৃতজ্ঞতা আৰু শলাগ জ্ঞাপন কৰা হ'ল। আশাকৰা গৈছে 'শিল্পী-জীৱনী কোষ'ৰ পৰৱৰ্তী খণ্ডসমূহতো তেখেতৰ পৰা আৰু অধিক দিহা-পৰামৰ্শ তথা প্ৰয়োজনীয় সহযোগ আদি লাভ কৰিব পৰা হ'ব।

খণ্ডটিৰ প্ৰস্তুতি আৰু সম্পাদনাৰ সময়ত আগবঢ়োৱা দিহা-পৰামৰ্শ তথা সহযোগৰ বাবে সম্পাদনা সমিতিৰ শ্ৰদ্ধেয় সভাপতি নাৰায়ণ চন্দ্ৰ শৰ্মা, সদস্যদ্বয় ক্ৰমে- সভাৰ উপ-সভাপতি দিলীপ কুমাৰ শৰ্মা আৰু সভাৰ সম্পাদক নৃপেন কলিতা, পাঠশালা সাহিত্য সভাৰ প্ৰকাশন সমিতি, কাৰ্যনিৰ্বাহক সমিতি তথা সভাৰ সমূহ সভ্য আৰু শুভাকাংক্ষীলৈ জ্ঞাপন কৰা হ'ল সশ্ৰদ্ধ কৃতজ্ঞতা।

পুনৰ উল্লেখ কৰা উচিত হ'ব যে এই খণ্ডটি এক পৰিপূৰ্ণ গৱেষণামূলক কৰ্ম বুলি দাবী কৰাৰ সাহস আমাৰ নাই। বৰঞ্চ কালৰ সোঁতত হেৰাই যোৱা অসমৰ শিল্পীসকলৰ চমু জীৱন বৃত্তান্ত তথা কৰ্মৰ আভাস দাঙি ধৰাৰ ই এক হৈছে প্ৰাথমিক প্ৰয়াসহে। অসমৰ বুৰঞ্জীত অৱহেলিত এই শিল্পীসকলৰ প্ৰতি গৰাকীৰ ওপৰত বিস্তৃত গৱেষণাৰ প্ৰয়োজন বুলি আমি বিবেচনা কৰোঁ। এই পৰিচয়মূলক খণ্ডটিৰ আঁত ধৰি যদি পৰৱৰ্তী সময়ত অসমৰ শিল্পীসকলৰ বিষয়ে বিস্তৃত পৰিসৰত শিল্পী-জীৱনী কোষ প্ৰস্তুত কৰিবলৈ কোনোবা আগবাঢ়ি আহে তেন্তে আমাৰ পৰিশ্ৰমৰ লগতে সভাৰ এই আঁচনিয়ে সাৰ্থকতা লাভ কৰা বুলি গৌৰৱ অনুভৱ কৰিম।

| **দীপক কাকতি**<br>**প্ৰদীপ শৰ্মা**<br>সম্পাদকদ্বয় | **কিশোৰ কুমাৰ কলিতা**<br>প্ৰৱিষ্টি সংকলক তথা<br>সহযোগী সম্পাদক | **সতীশ চন্দ্ৰ চৌধুৰী**<br>মুখ্য সম্পাদক |
|---|---|---|

'শিল্পী-জীৱনী কোষ', (প্ৰথম খণ্ড)
পাঠশালা সাহিত্য সভা, পাঠশালা (অসম)
৩০ অক্টোবৰ, ২০০৫ খ্ৰীষ্টাব্দ

# প্ৰকাশকৰ নিবেদন

১৯৬২ খ্ৰীষ্টাব্দৰ দহ এপ্ৰিলত প্ৰতিষ্ঠিত আৰু সেই বৰ্ষতে অসম সাহিত্য সভাৰ দ্বাৰা স্বীকৃত পাঠশালা সাহিত্য সভাই সকলো ক্ষেত্ৰতে অগ্ৰগতি লাভ কৰি বৰ্তমান তিয়াল্লিশটি বৰ্ষ অতিক্ৰম কৰি ক্ৰমে সোণালী জয়ন্তী বৰ্ষলৈ অগ্ৰসৰ হ'বলৈ প্ৰয়াস কৰিছে। ইতিমধ্যে পাঠশালা সাহিত্য সভা অসম সাহিত্য সভাৰ অন্যতম সক্ৰিয় শাখা হিচাপেও স্বীকৃত হৈছে। প্ৰকাশনৰ দিশত সভাই অভিলেখ সংখ্যক গ্ৰন্থ প্ৰণয়ন তথা প্ৰকাশ কৰি অসমীয়া ভাষা সাহিত্যৰ লগতে জাতীয় অনুষ্ঠান অসম সাহিত্য সভালৈ যথাযোগ্য অবদান আগবঢ়াইছে বুলি ক'লেও সম্ভৱতঃ অত্যুক্তি কৰা নহ'ব। সভাই গ্ৰহণ কৰা দীৰ্ঘম্যাদী প্ৰকাশন আঁচনি সমূহৰ ভিতৰত 'শিল্পী-জীৱনী কোষ', 'বজালীৰ শব্দকোষ', 'বজালীৰ ফকৰা-যোজনা', 'ডুবি-পৰিহৰেশ্বৰ দেৱালয়ৰ দেৱদাসী নৃত্য' আৰু 'বজালীৰ নদ-নদী ঃ জান-জুৰি' (সংক্ষিপ্ত পৰিচয়মূলক) এই পাঁচখন গ্ৰন্থ অন্যতম আছিল। সভাৰ আমালোকৰ কাৰ্যকালত গ্ৰন্থ কেইখনৰ কাম সম্পন্ন কৰি প্ৰকাশ কৰাৰ ক্ষেত্ৰত সৰ্বাধিক গুৰুত্ব প্ৰদান কৰা হয়। বিশেষকৈ সভাৰ 'শিল্পী-জীৱনী কোষ' প্ৰণয়ন আঁচনিখন কাৰ্যক্ষম কৰিবলৈ অহোপুৰুষাৰ্থ যত্ন কৰা হয়। আমি আনন্দ আৰু গৌৰৱ অনুভৱ কৰিছোঁ যে অশেষ প্ৰযত্নৰ ফলত 'শিল্পী-জীৱনী কোষ'ৰ প্ৰথম খণ্ডৰ কাম অকল সমাপন কৰাই নহয় প্ৰথম খণ্ডটি আমালোকৰ কাৰ্যকালতে পঢ়ুৱৈ সমাজলৈ অগ্ৰসৰ কৰিব পৰা হৈছে। এই মহৎ কাৰ্য সম্পন্ন কৰি তুলিছে 'শিল্পী-জীৱনী কোষ'ৰ মুখ্য সম্পাদক শ্ৰদ্ধেয় সতীশ চন্দ্ৰ চৌধুৰী, সম্পাদকদ্বয় ক্ৰমে দীপক কাকতি আৰু প্ৰদীপ শৰ্মা, প্ৰবিষ্টি সংকলক তথা সহযোগী সম্পাদক কিশোৰ কুমাৰ কলিতাই আশাশুধীয়া যত্ন আৰু প্ৰচেষ্টাৰে। একেদৰে সম্পাদনা সমিতিৰ সভাপতি নাৰায়ণ চন্দ্ৰ শৰ্মা আৰু এগৰাকী সদস্য দিলীপ কুমাৰ শৰ্মাৰ (সভাৰ উপ-সভাপতি) লগতে সমিতিৰ আন এগৰাকী সদস্য হিচাপে আমিও যথাযোগ্য সহযোগ আগবঢ়াও। এইছেগতে এই খণ্ডৰ মুখ্য সম্পাদক, সম্পাদকদ্বয় আৰু প্ৰবিষ্টি সংকলক তথা সহযোগী সম্পাদক সমন্বিতে সম্পাদনা সমিতি, সভাৰ বিগত দ্বি-বৰ্ষৰ প্ৰকাশন সমিতি, 'শিল্পী-জীৱনী কোষ' আঁচনিৰ লগত পূৰ্বৰে পৰা জড়িত প্ৰতিগৰাকী সদস্য তথা বিভিন্ন দিশত দিহা-পৰামৰ্শ আগবঢ়োৱা

সভাৰ আন আন সকললৈ সভাৰ হ'কে কৃতজ্ঞতা আৰু শলাগ জনালোঁ। তেনেই কম সময়ৰ ভিতৰতে গ্ৰন্থখন মুদ্ৰণ কৰি দিয়া বাবে পাঠশালাস্থ 'ভায়োলিনা অফ্‌চেট আৰু মেগালিংকছ্ ডি.টি.পি. চেন্টাৰ'ৰ সমূহ কৰ্মকৰ্তালৈ শলাগ জনোৱা হ'ল। গ্ৰন্থখনৰ বেটুপাতৰ লগতে অংগসজ্জাৰ ক্ষেত্ৰত সহযোগ আগবঢ়োৱাৰ বাবে মনোজ কুমাৰ চৌধুৰীৰ শলাগ লোৱা হ'ল।

আমি আন্তৰিকতাৰে আশা কৰোঁ গ্ৰন্থখনে পঢ়ুৱৈ সমাজৰ লগতে এই দিশৰ গৱেষক সকলৰ সমাদৰ লাভ কৰিব। গুণী তথা শ্ৰদ্ধেয় সকলৰ সমাদৰেই সভাৰ এই বৃহৎ আঁচনিৰ মূল ভেটি বুলি আমি বিনয়েৰে অনুভৱ কৰাৰ লগতে আঁচনিৰ অন্তৰ্ভুক্ত বাকী দুটি খণ্ডৰ বাবে প্ৰয়োজনী ধন মঞ্জুৰ কৰিবলৈকো ৰাজ্য চৰকাৰৰ সংশ্লিষ্ট বিভাগক বিনয়েৰে অনুৰোধ জনালোঁ।

'চিৰ চেনেহী মোৰ ভাষা জননী'

**নৃপেন কলিতা**
সম্পাদক,
পাঠশালা সাহিত্য সভা

পাঠশালা (অসম)
৩০ অক্টোবৰ, ২০০৫ খ্ৰীষ্টাব্দ

# প্ৰকাশন সচিব আৰু 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতিৰ সম্পাদকৰ নিৱেদন

পাঠশালা সাহিত্য সভাৰ 'শিল্পী-জীৱনী কোষ' আঁচনি সভাৰ এক দীৰ্ঘ পৰিক্ৰমাৰ ফলশ্ৰুতি। ১৯৮৬-৮৭ খ্ৰীষ্টাব্দত পাঠশালা সাহিত্য সভাৰ বিশেষ সাধাৰণ সভাত অসমৰ শিল্পী সকলৰ জীৱন আৰু তেওঁলোকৰ কৃতিক সামৰি 'শিল্পী-জীৱনী কোষ' প্ৰণয়নৰ বাবে সিদ্ধান্ত কৰা হয় আৰু এই কোষ প্ৰণয়নৰ বাবে ৰাজ্য চৰকাৰৰ সাংস্কৃতিক সঞ্চালকালয়ৰ ওচৰত আঁচনি আদি দাখিল কৰিবলৈ সভাৰ প্ৰকাশ সমিতিক দায়িত্ব দিয়া হয়। সমিতিয়ে সভাৰ সিদ্ধান্ত মৰ্মে সাংস্কৃতিক সঞ্চালকালয়ত আঁচনি আদিও দাখিল কৰে। যথাসময়ত সভাই সাংস্কৃতিক সঞ্চালকালয়ৰ পৰা অৰ্থপূৰ্ণ সঁহাৰি লাভ কৰাৰ লগতে সভাৰ পৰামৰ্শমৰ্মে সঞ্চালকালয়ে ১৯৮৬-৮৭ খ্ৰীষ্টাব্দত, সেই সময়ৰ সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক শ্ৰদ্ধেয় গিৰিজাপ্ৰসাদ দাস আৰু বিশিষ্ট নাট্যকাৰ-শিল্পী ৰাম গোস্বামীক উপদেষ্টা, সাংস্কৃতিক সঞ্চালকালয়ৰ যুটীয়া সঞ্চালক আনন্দমোহন ভাগৱতীক সভাপতি, ড° ৰামচৰণ ঠাকুৰীয়াক মুখ্য সম্পাদক, সতীশ চন্দ্ৰ চৌধুৰী আৰু পৱন বৰদলৈক সম্পাদক (যুটীয়া) আৰু নৰনাৰায়ণ দেৱশৰ্মাক সদস্য হিচাপে লৈ 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতি নামেৰে এখনি সমিতি গঠন কৰি দিয়ে। উক্ত সমিতিৰ প্ৰথম বৈঠক ১৯৮৭ খ্ৰীষ্টাব্দৰ একৈশ এপ্ৰিল তাৰিখে ৰবীন্দ্ৰ ভৱনত সমিতিৰ সভাপতি আনন্দমোহন ভাগৱতীদেৱৰ সভাপতিত্বত অনুষ্ঠিত হয়। প্ৰকাশ যোগ্য যে উক্ত তাৰিখত সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক আছিল শ্ৰদ্ধেয় অৱনী গোঁহাইবৰুৱাদেৱ। সমিতিৰ সমূহ সদস্যাই যোগদান কৰা উক্ত বৈঠকত 'শিল্পী-জীৱনী কোষ'ৰ বিষয়ে বিতংভাৱে আলোচনা কৰা হয় আৰু কোষৰ তিনিটি খণ্ড প্ৰকাশৰ সিদ্ধান্ত গ্ৰহণ কৰি নীতি-নিৰ্দেশনা আদিও প্ৰস্তুত কৰা হয়। কোষৰ আঁচনি ৰূপায়ণ কৰাৰ বাবে তথ্য বা প্ৰৱিষ্টি সংগ্ৰহৰ ওপৰত গুৰুত্ব প্ৰদান কৰা হয়। ইতিমধ্যে কিছু তথ্যও সংগৃহীত হয়। ১৯৯৮ খ্ৰীষ্টাব্দৰ কুৰি এপ্ৰিল তাৰিখে ৰবীন্দ্ৰ ভৱনত সমিতিৰ দ্বিতীয় বৈঠক অনুষ্ঠিত হয়। উক্ত বৈঠকত আঁচনিৰ বিভিন্ন দিশৰ বিষয়ে পৰ্যালোচনা কৰি কাৰ্যকৰী দিশত অগ্ৰসৰ হোৱাৰ বাবে ভালেমান সিদ্ধান্ত গ্ৰহণ কৰা হয়। প্ৰকাশ যোগ্য যে ইতিমধ্যে সাংস্কৃতিক সঞ্চালকালয়ৰ সঞ্চালক হিচাপে শ্ৰদ্ধেয় গিৰিজা প্ৰসাদ দাস পুনৰ অধিষ্ঠিত হয়।

এই বৰ্ষতে ৰাজ্যৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰে সাংস্কৃতিক সঞ্চালকালয়ৰ মাধ্যমেৰে 'শিল্পী-জীৱনী কোষ'ৰ প্ৰথম খণ্ডটিৰ বাবে পাঠশালা সাহিত্য সভালৈ এক লাখ টকা মঞ্জুৰ কৰে আৰু ১৯৯০-৯১ বৰ্ষত সভাই উক্ত অনুদানৰ ধন লাভ কৰে। ইতিমধ্যে সভাই দ্বিতীয় খণ্ডৰ বাবে দুই লাখ টকাৰ অনুদান বিচাৰি প্ৰয়োজনীয় আঁচনি আদিও সাংস্কৃতিক সঞ্চালকালয়ৰ যোগেদি চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰত দাখিল কৰে। সাংস্কৃতিক দপ্তৰে দ্বিতীয় খণ্ডৰ বাবে দুই লাখ টকা মঞ্জুৰ কৰে যদিও প্ৰথম খণ্ড প্ৰকাশৰ পিছতহে উক্ত ধন সভাক মোকলাই দিয়াৰ পৰামৰ্শৰ কথা সাংস্কৃতিক সঞ্চালকালয়ে সমিতি তথা সভাক অৱগত কৰায়। কিন্তু বিভিন্ন ভালেমান কাৰণত আঁচনিৰ কামে অগ্ৰগতি লাভ নকৰাত সভাই কোষৰ সম্পাদনা সমিতিখন পুনৰ গঠন কৰি দিয়ে। এই সমিতিৰ বৈঠক ২০০০ খ্ৰীষ্টাব্দৰ বাৰ ডিচেম্বৰত সমিতিৰ সভাপতি শ্ৰদ্ধেয় মুনীন্দ্ৰনাথ শৰ্মাৰ সভাপতিত্বত পাঠশালা সাহিত্য সভা ভৱনত অনুষ্ঠিত হয়। বৈঠকে সমিতিৰ পূৰ্বৰ নীতি-নিৰ্দেশনাৰ আধাৰতে আঁচনিখন কাৰ্যকৰী কৰাৰ বাবে সিদ্ধান্ত কৰে। কিন্তু কাৰ্যকৰী দিশত বিশেষ অগ্ৰগতি লাভ নকৰা বাবে সকলো দিশ পৰ্যালোচনা কৰি বিশেষকৈ সমিতিৰ সভাপতি শ্ৰদ্ধেয় মুনীন্দ্ৰনাথ শৰ্মাই স্বাস্থ্যজনিত কাৰণত অপাৰগতা প্ৰকাশ কৰাত ২০০২ খ্ৰীষ্টাব্দৰ চাৰি আগষ্টত অনুষ্ঠিত প্ৰকাশন সমিতিৰ বৈঠকত গৃহীত সিদ্ধান্ত অনুসৰি সভাই সম্পাদনা সমিতিখন সভাৰ সভাপতি নাৰায়ণ চন্দ্ৰ শৰ্মাক সভাপতি, সতীশ চন্দ্ৰ চৌধুৰীক মুখ্য সম্পাদক, দীপক কাকতি আৰু প্ৰদীপ শৰ্মাক সম্পাদক (যুটীয়া), কিশোৰ কুমাৰ কলিতাক প্ৰৱিষ্টি সংকলক তথা সহযোগী সম্পাদক তথা সভাৰ উপ-সভাপতি দিলীপ কুমাৰ শৰ্মা আৰু সভাৰ সম্পাদক নৃপেন কলিতাক সদস্য হিচাপে লৈ পুনৰ গঠন কৰি দিয়ে। এই সমিতিয়ে প্ৰৱিষ্টি সংগ্ৰহৰ সময়সীমা নিৰ্দ্ধাৰণ কৰাকে মুখ্য কৰি ভালেমান সিদ্ধান্ত গ্ৰহণ কৰে আৰু কাৰ্যতঃ এই সমিতিৰ বলিষ্ঠ পদক্ষেপৰ বাবেই এই খণ্ডটি সম্পাদনাৰ কাম সম্পন্ন কৰি প্ৰকাশৰ দিশত অগ্ৰসৰ কৰিব পৰা হয়। এই খণ্ডটিৰ লগতে সভাৰ এই দীৰ্ঘম্যাদী আঁচনিলৈ বিভিন্ন প্ৰকাৰে সহযোগ আগবঢ়োৱাৰ লগতে দিহা-পৰামৰ্শ দান কৰা শ্ৰদ্ধেয়সকলৰ নাম আদি যথাস্থানত উল্লেখ কৰা হৈছে। একেদৰে প্ৰথম খণ্ডটি প্ৰকাশৰ হেতু অনুদান আগবঢ়োৱা বাবে ৰাজ্য চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰ আৰু সাংস্কৃতিক সঞ্চালকালয়লৈ কৃতজ্ঞতা জনোৱাৰ বিষয়েও খণ্ডটিৰ প্ৰথমভাগতে বিশেষভাবে

উল্লেখ কৰা হৈছে। সেয়ে, এই ছেগতে পুনৰবাৰ সিসকলৰ লগতে সাংস্কৃতিক পৰিক্ৰমা দপ্তৰ তথা সাংস্কৃতিক সঞ্চালকালয়লৈ কৃতজ্ঞতা আৰু শলাগ জ্ঞাপন কৰা হ'ল। একেদৰে 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতি, সভাৰ বৰ্তমান দ্বি-বৰ্ষৰ প্ৰকাশন সমিতি আৰু কাৰ্যনিৰ্বাহক সমিতি তিনিখনৰ বিষয়ে কোষৰ এই খণ্ডৰ যথাস্থানত পৰ্যায়ক্ৰমে সন্নিবিষ্ট কৰা হৈছে। সেয়ে, দুনাই ইয়াত উল্লেখ নকৰি সহযোগ তথা দিহা-পৰামৰ্শ তথা কাৰ্যকৰী দিশত আগবঢ়োৱা সেৱাৰ বাবে সমিতি সমূহৰ সদস্যবৃন্দৰ লগতে সভাৰ সমূহ সভ্য-সভ্যাকে কৃতজ্ঞতা আৰু শলাগ জনোৱা হ'ল। এই খণ্ডটি প্ৰকাশৰ ক্ষেত্ৰত দিহা-পৰামৰ্শ আদি প্ৰদান কৰাৰ লগতে এটি তত্ত্বগধুৰ তথা বিশ্লেষাত্মক 'আগকথা' লিখি খণ্ডটিৰ সমৃদ্ধি আৰু সৌষ্ঠৱ বঢ়োৱাৰ বাবে বিশিষ্ট গৱেষক পণ্ডিত শ্ৰদ্ধেয় ড° নৱেন কলিতাদেৱক আমাৰ ফলাৰ পৰাও আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল। এই খণ্ডটি মুদ্ৰণ কৰাৰ ক্ষেত্ৰত অক্লান্তভাৱে সেৱা আগবঢ়োৱা হেতুকে পাঠশালাস্থ 'ভায়োলিনা অফ্চেট আৰু মেগালিংকছ ডি.টি.পি. চেন্টাৰ'ৰ সমূহ কৰ্মকৰ্তালৈ আমাৰ ফালৰ পৰা শলাগ জনালোঁ। শেষত এই খণ্ডটিয়ে পঢ়ুৱৈ সমাজৰ সমাদৰ লাভ কৰিব বুলি আন্তৰিকতাৰে আশা কৰি অনেক সতৰ্কতা অৱলম্বন কৰা স্বত্বেও বৈ যাব পৰা বৰ্ণাশুদ্ধি আদিৰ বাবে কৰপুতে মাৰ্জনা বিচৰা হ'ল। খণ্ডটিয়ে গৱেষক সমাজৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিব বুলিও আশা কৰি সভাৰ 'শিল্পী-জীৱনী কোষ'ৰ পৰৱৰ্তী খণ্ডদুটি প্ৰস্তুত তথা সংকলন কৰাৰ ক্ষেত্ৰত সকলো প্ৰকাৰে সহযোগ আগবঢ়াবলৈ মুকলিভাৱে আহ্বান জনালোঁ। লগতে 'শিল্পী-জীৱনী-কোষ'ৰ পৰৱৰ্তী খণ্ড দুটিৰ প্ৰস্তুতি, প্ৰবিষ্টি সংগ্ৰহ, সংকলন তথা সম্পাদনা আৰু প্ৰকাশৰ হেতু আৰ্থিক অনুদান পাঠশালা সাহিত্য সভালৈ আগবঢ়োৱাৰ ক্ষেত্ৰত প্ৰয়োজনীয় আশু ব্যৱস্থা গ্ৰহণ কৰিবলৈ অসম চৰকাৰৰ সাংস্কৃতিক পৰিক্ৰমা দপ্তৰৰ লগতে ৰাজ্যৰ সাংস্কৃতিক সঞ্চালকালয়লৈ বিনম্ৰভাৱে নিবেদন জনোৱা হ'ল।

পাঠশালা
৩০ অক্টোবৰ,
২০০৫ খ্ৰীষ্টাব্দ

**সতীশ চন্দ্ৰ চৌধুৰী**
প্ৰকাশন সচিব, পাঠশালা সাহিত্য সভা
তথা সম্পাদক 'শিল্পী-জীৱনী কোষ' সম্পাদনা সমিতি,
পাঠশালা সাহিত্য সভা, পাঠশালা (অসম)

# জীৱনী সূচী


| | | |
|---|---|---|
| আ | আজান ফকিৰ | ১ |
| | আত্মাৰাম দাস | ৩ |
| | আনন্দি দত্ত | ৩ |
| উ | উমেশ চন্দ্ৰ মুখাৰ্জী | ৪ |
| ক | কংসাৰি ঠাকুৰ | ৪ |
| | কাজলা মাজি | ৪ |
| | কাতিয়া আৰু আহিনা | ৫ |
| | কুন্দাৰ ভকত | ৫ |
| | কেন্দুকলাই | ৫ |
| | কোৰোলা বাঢ়ৈ | ৬ |
| | কোহিৰাম দাস | ৬ |
| | কৃষ্ণ আৰু ৰাম ময়নাকটা | ৭ |
| | কৃষ্ণকান্ত গগৈ হাতীবৰুৱা | ৭ |
| | কৃষ্ণ খনিকৰ | ৮ |
| | কৃষ্ণকান্ত দাস | ৮ |
| গ | গৰ্গ ওস্তাদ | ৯ |
| | গুলাৰাম ভূএগ | ৯ |
| | গেন্ধেলা গৰীয়া | ৯ |
| | গোপাল | ১০ |
| | গোপালদেৱ আতা | ১০ |
| | গোপাল মিশ্ৰ | ১২ |
| ঘ | ঘনশ্যাম | ১২ |
| চ | চতুৰ্ভুজ ঠাকুৰ | ১৩ |
| | চন্দ্ৰমোহন গোস্বামী | ১৩ |
| | চান্দসাই (চান্দ খাঁ, চান্দসাঁ) | ১৪ |

| | | |
|---|---|---|
| জ | জগন্নাথ তিৰুকাকতি | ১৪ |
| | জয়ানন্দ | ১৪ |
| | জয়ানন্দদেৱ | ১৫ |
| | জিননাথ | ১৫ |
| | জীউধন কঁহাৰ | ১৫ |
| ড | ডিমা বায়ন আৰু জগন্নাথ গায়ন | ১৬ |
| ত | তাৰিণী দেৱী | ১৬ |
| | তিথিৰাম বায়ন | ১৭ |
| | দিলবৰ আৰু দোচাই | ১৮ |
| | দুতিৰাম হাজৰিকা | ১৯ |
| | দুৰ্গাবৰ | ১৯ |
| | দুৰ্গেশ্বৰ শৰ্মা | ২১ |
| ধ | ধৱল আতৈ | ২১ |
| ন | নাথান ব্ৰাউন | ২১ |
| | নাৰায়ণ দাস ঠাকুৰ আতা | ২২ |
| | নাৰায়ণদেৱ (সুকবি) | ২৩ |
| | নাড়ী বুঢ়া | ২৪ |
| | নিংনি ভাওৰা | ২৪ |
| | নুৰশ্বাহ | ২৫ |
| প | পদ্ম আতা | ২৫ |
| | পদ্মপ্ৰিয়া মহন্ত | ২৬ |
| | পৰশু ওজা | ২৭ |
| | পৰ্বতীয়া কৃষ্ণা আতৈ | ২৭ |
| | পুৰুষোত্তম ঠাকুৰ | ২৭ |
| ফ | ফৰ্মুদ আলি | ২৮ |
| ব | বগাই কমাৰ | ২৮ |
| | বনমালী (শইকীয়া) ওজা | ২৯ |

| | | |
|---|---|---|
| | বৰ যদুমণিদেৱ | ৩০ |
| | বলিনাৰায়ণ | ৩১ |
| | বামুণা আৰু গঙ্গা | ৩১ |
| | বাসুদেৱ পাঠক | ৩১ |
| | বাহাদুৰ গাঁওবুঢ়া | ৩২ |
| | বাহুবল শিকদাৰ | ৩৩ |
| | বিজয় খনিকৰ | ৩৩ |
| | বিভীষণ আতৈ | ৩৩ |
| | বুঢ়া খাঁ | ৩৪ |
| | বুঢ়াগোপাল | ৩৪ |
| ভ | ভৱকান্ত বৰুৱা | ৩৫ |
| | ভাগৱত মিশ্ৰ | ৩৫ |
| | ভিবি কমাৰ | ৩৬ |
| | ভুৱনেশ্বৰী দেৱী | ৩৭ |
| ম | মথুৰা দাস বুঢ়া আতা | ৩৭ |
| | মহাভাৰত দত্ত | ৪০ |
| | মহাৰাজ প্ৰাণনাৰায়ণ | ৪০ |
| | মহাৰাজ হৰেন্দ্ৰনাৰায়ণ | ৪১ |
| | মাধৱদেৱ | ৪১ |
| | মেঘামুকড়ুম | ৪৫ |
| স | সুচান্দ ৰায় ওজা | ৪৫ |
| য | যাদুৰাম বৰুৱা | ৪৬ |
| ৰ | ৰতন পাঠক | ৪৬ |
| | ৰমাকান্ত চৌধুৰী | ৪৭ |
| | ৰাধা সাতোলা | ৪৮ |
| | ৰাধাকান্ত দাস | ৪৮ |
| | ৰামচৰণ ঠাকুৰ | ৪৮ |

| | | |
|---|---|---|
| | ৰাম সৰস্বতী | ৪৯ |
| ল | লক্ষ্মীকান্ত আতৈ | ৫০ |
| | লয়ন কঁহাৰ | ৫১ |
| | লেইতা ডাইনা পালি | ৫১ |
| | লেৰেলা খনিকৰ | ৫১ |
| শ | শংকৰদেৱ | ৫১ |
| | শোভাৰাম দত্ত | ৫৬ |
| | শ্ৰীধৰ | ৫৬ |
| | শ্ৰীধৰদেৱ | ৫৬ |
| | শ্ৰীৰাম আতা | ৫৭ |
| | শ্ৰীহৰিদাস | ৫৮ |
| স | সংৰাম | ৫৯ |
| | সৰ্বজয় | ৫৯ |
| | সৰ্বানন্দ ব্যাসকলাই | ৫৯ |
| | সৰ্বেশ্বৰী কুঁৱৰী | ৬০ |
| | সাধনৰাম দাস (ৰায়বাহাদুৰ) | ৬১ |
| | সিদ্ধেশ্বৰ | ৬১ |
| | স্বৰূপানন্দ আৰু সহশিল্পীসকল | ৬২ |
| হ | হাওৰাম দাস | ৬২ |
| | হানিফ আহমেদ | ৬৩ |

| | |
|---|---|
| অসমীয়া মুছলমান পৰম্পৰাগত শিল্পীসকল | ৬৩ |
| অসমীয়া শিল্পীৰ শিল্প নিদৰ্শন | ৬৬ |
| গ্ৰন্থপঞ্জী | ৯৭ |

# আজান ফকিৰ

সপ্তদশ শতিকামানত ইছলাম ধৰ্ম প্ৰচাৰৰ অৰ্থে এজন পীৰ অসমলৈ আহিছিল। তেওঁৰ নাম আছিল চৈয়দ শ্বাহ মিলন আজমিৰী বোগদাদী। তেওঁৰ পূৰ্বপুৰুষসকল ইছলামীয় সভ্যতাৰ অন্যতম কেন্দ্ৰভূমি হাৰাণ-উল-ৰছিদ বাদশ্বাহৰ স্মৃতি চিহ্নৰে জড়িত বাগদাদ নগৰীৰ মানুহ আছিল। শ্যাহ মিলনে ভাৰতৰ আজমীৰত বাস কৰিছিল। অসমলৈ আহি তেওঁ মুছলমানসকলক আজান দি নিয়মমতে নামাজ পঢ়িবলৈ শিকায়। সেইদেখি তেওঁ অসমীয়া সমাজত আজান ফকিৰ নামে প্ৰখ্যাত। ইছলাম ধৰ্মৰ সাৰোদ্ধাৰ কৰি সৰল অসমীয়াত তেওঁ গীত ৰচনা কৰিছিল, সেইবোৰ ফকিৰৰ মুখৰ পৰা শুনি আৰু পঢ়ি অসমীয়া মুছলমানৰ মাজত ইছলামত আসক্তি প্ৰগাঢ় হৈ পৰে আৰু হিন্দু মানুহেও ফকীৰক শ্ৰদ্ধা-ভক্তি কৰিবলৈ ধৰে। আজান ফকীৰৰ দ্বাৰা প্ৰচলিত অসমীয়া ধৰ্মসংগীতবোৰ জনসাধাৰণ নিভৃত কোণত স্থান পায় আৰু তেওঁৰ গীতবোৰে সকলোৰে চিত্ত আকৰ্ষণ কৰিব পাৰিছিল।

মুছলমানৰ কৰ্তব্যৰ বিষয়ে আজান ফকীৰে গাইছিল—

"দুনিয়া এদিনৰ দুনীয়া দুদিনৰ
দুনীয়া ফুলনিবাৰী।
কতক ছল-বল কৰ তই দুনিয়া
ধৰিব খেৱালি মাৰি॥
খেৱালি জালৰে গুড়া কৰে বুৰি
পাপৰ লেখা-জোখা নাই॥"

অসমত সাম্প্ৰদায়িক ঐক্যৰ সবল ভিত্তি আজান ফকীৰৰ দিনতে প্ৰতিষ্ঠাপিত হৈছিল। হিন্দু-মুছলমান নিৰ্বিশেষে সকলোৱে জিকিৰ গানৰ প্ৰতি অনুৰক্ত হৈ পৰাটোৱেই ইয়াৰ প্ৰমাণ। অসমৰ স্বৰ্গদেৱে অজান ফকীৰৰ

কাৰণে মছজিদ বন্ধাই দিছিল বুলি গীতত থকা উল্লেখ হ'ল-

"দিখৌ নৈৰ কাষৰি　　হুৰাগুৰি চাপৰি
ৰজাই বান্ধি দিয়া মঠ।
ছকুৰি ভকতে　　লয় আল্লাৰ নাম
মাদুৰি বনৰে কঠ।"

আজান ফকীৰে তেওঁৰ গীতৰ ভনিতাত কৈছে—

"এঘাৰ শ দুকুৰি　　নবিচন হিজিৰি
আকৌ পাঁচ বছৰ যায়।
শ্যাহ মিলনে　　এই জিকিৰ কৰিলে
কোৰাণ কিতাপত নাই॥"

আৰু এটা গীতত আছে—

"ভিক্ষাৰী আজানে কয় আহোঁ পৰদেশ।
বিনা গুৰু মুখে নামৰ নাপাই আছোঁ ভেদ॥"

আজান চাহেব সম্পৰ্কে কোনো বিৱৰণ প্ৰকাশিত কোনো বুৰঞ্জী বা আন পুথিত পাবলৈ নাই। আনহাতে তেওঁৰ জীৱনৰ বিভিন্ন ঘটনাৰ ওপৰত পৰৱৰ্তী সময়ত বিভিন্ন বিতৰ্কৰ সূত্ৰপাত হয়। চৈয়দ আব্দুল মালিক ৰচিত 'জিকিৰ আৰু জাৰী' গ্ৰন্থত লিখকে আজান চাহাবে ১৬৩৫ খ্ৰীষ্টাব্দৰ পৰা ১৬৯০ খ্ৰীষ্টাব্দ মানলৈকে অসমত আছিল বুলি মত পোষণ কৰিছে। তদুপৰি সম্ভৱত আজান চাহাবে প্ৰতাপ সিংহৰ দিনৰ পৰা গদাধৰ সিংহৰ দিনলৈকে সুদীৰ্ঘ কাল অসমত আছিল। ফকীৰক ৰূপাই দা ধৰাই নামৰ এজন বিৰোধীয়ে মোগলৰ গুপ্তচৰ বুলি ৰজাঘৰত লগাইছিল। অগত্যা ৰজাই নিজৰ গাত দোষ নপৰিবৰ কাৰণে ৰূপাইক যি মন যায় কৰিবলৈ দিয়ে। এই ৰূপাইয়ে দৰঙত নিজৰ প্ৰতিপত্তিৰ বিৰুদ্ধে ফকীৰে শংকা বঢ়াই অনা হেতুকে (জনপ্ৰিয়তাৰ ক্ষেত্ৰত) অৱশেষত আজান চাহাবৰ চকু কঢ়ালে। অৱশ্যে ইয়াৰ তিনিদিন

পাছত ৰূপাইৰ অভিসন্ধি ধৰা পৰাত ৰূপাইকো কটা হয়। জনশ্ৰুতিমতে চাহেবে চকু দুটা প্ৰাৰ্থনা কৰি নিজ ইচ্ছানুসৰি সৰাই পেলাইছিল আৰু চকু দুটা দিখৌত পেলাই দিছিল। লগে লগে দিখৌত হেনো ওভোতা বান আহিছিল। ৰজাই ফকীৰৰ মাহাত্ম্য বুজি নৈৰ কাষৰ শৰাগুৰি-চাপৰিত আজান ফকীৰৰ বাবে মঠ সাজি দিছিল। চকু কঢ়াৰ পাছত অন্ধ চাহেবে শৰাগুৰি মঠত শিষ্য সহিতে থাকিবলৈ লৈছিল। ১৬৮৬ খ্ৰীষ্টাব্দত চকু কঢ়া হৈছিল বুলি বিভিন্ন জনে বিশ্বাস কৰে।

আজান চাহেবৰ জন্ম ঠাইৰ বিষয়ে যিদৰে জনা নাযায় একেদৰে মৃত্যু সম্পৰ্কেও নিশ্চিতভাৱে কবলৈ টান। ব্ৰহ্মপুত্ৰ আৰু দিখৌ নদীৰ সঙ্গমস্থল শৰাগুৰি-চাপৰিত তেখেতৰ মাজাৰ বা সমাধিক্ষেত্ৰ আছে বুলি মুছলমানসকলে বিশ্বাস কৰে।

## আত্মাৰাম দাস (১৯ শতিকা)

জন্ম বৰপেটাত। প্ৰখ্যাত হাতীদাঁতৰ শিল্পী আছিল। শিল আৰু কাঠতো মূৰ্তি কাটিছিল।

## আনন্দি দত্ত

বজালী অঞ্চলটো কমাৰ আৰু কুমাৰ শিল্পৰ বাবে বিখ্যাত। বজালীৰ বামুণকুছি গাঁওৰ আনন্দি দত্তই আজিৰ পৰা ডেৰশ বছৰ আগতে কমাৰ শিল্পৰ পাতনি মেলিছিল।সেই একে সময়তে বদনকুছিৰ শোভাৰাম দত্তই কমাৰ শিল্পৰ আৰম্ভণি কৰে। এওঁলোকে হাতনলীয়া কটাৰী, ডবুৱা কটাৰী, দা, কাচি, লোৰ গছা,কুঠাৰ, টিনৰ পাতৰ মৰা চৰাই, ফুলপাত্ৰ (পুষ্পপাত্ৰ) আদি নিৰ্মাণ কৰিছিল।

## উমেশ চন্দ্ৰ মুখাৰ্জী

ডাক্তৰ উমেশ চন্দ্ৰ মুখাৰ্জী জাহাজ কোম্পানী আৰু চাহ বাগিচাৰ চিকিৎসক আছিল। তেওঁ স্বনামধন্য সংগীত সাধক আৰু সুগায়ক আছিল। কেশৱৰাম বৰদলৈ ডাঙৰীয়াৰ পৰা বিশেষ সাহায্য লাভ কৰি 'দৰিদ্ৰ আশ্ৰম' প্ৰতিষ্ঠা কৰি দৰিদ্ৰলোকসকলৰ ভৰণ-পোষণ আৰু চিকিৎসাৰ সুবিধা কৰি দিছিল। মুখাৰ্জী ডাঙৰীয়া ডিব্ৰুগড় পৌৰসভাৰ সভাপতি আছিল। ১৯২৯ খ্ৰীষ্টাব্দৰ ২ অক্টোবৰত তেওঁৰ মৃত্যু হয়।

## **কংসাৰি ঠাকুৰ** (১৬ - ১৭ শতিকা)

**বৰ বিষ্ণু আতা নামেৰে জনাজাত কংসাৰি ঠাকুৰৰ জন্ম ব্ৰহ্মপুত্ৰৰ উত্তৰে কৰৈবাৰীত। নাৰায়ণ দাসে তেওঁক মাধৱদেৱৰ ওচৰলৈ লৈ যায় আৰু মহাপুৰুষজনাই তেওঁক শৰণ দি 'বিষ্ণু' নাম দিয়ে। পাছলৈ ঘৰলৈ প্ৰত্যাৱৰ্তন কৰি মালচাত সত্ৰ পাতে। মাধৱদেৱে এবাৰ এই সত্ৰত অনুষ্ঠিত ভাওনাত অংশ লৈছিল। বিষ্ণুৱেও এই ভাওনাত অংশ লৈছিল তথা ইয়াৰ আয়োজক আছিল। ব্ৰহ্মপুত্ৰৰ দক্ষিণ প্ৰান্তলৈ ধৰ্ম প্ৰচাৰৰ অৰ্থে মাধৱদেৱে পঠোৱাৰ বাবে এওঁক 'দক্ষিণ কুলীয়া বিষ্ণু' নামেৰেও জানিব পাৰি। এওঁ চমৰীয়া সত্ৰ প্ৰতিষ্ঠা কৰিছিল।**

## কাজলা মাজি

চাওঁক - **বাসুদেৱ পাঠক**

## কাতিয়া আৰু আহিনা

গুৱাহাটীৰ কামাখ্যা পাহাৰ নিৱাসী কাতিয়া আৰু আহিনা নামৰ ভাতৃদ্বয়ে ১৮৭০-১৯০০ খ্রীষ্টাব্দৰ ভিতৰত এটা যাত্রাদল প্রতিষ্ঠা কৰি অসমৰ বিভিন্ন ঠাইত অভিনয় প্রদর্শন কৰি ফুৰিছিল। সেই সময়তে গর্গ ওস্তাদ নামৰ অইন এজন শিল্পীয়ে হাজোত তেনে এটা অনুষ্ঠান সংগঠন কৰি তোলে। লগে লগে মাজগাঁও নামে ঠাই এখনতো ৰাধা সাতোলা নামৰ এজন শিল্পীয়ে অইন এটা যাত্রাদল প্রতিষ্ঠা কৰে। তেওঁলোকে প্রায়ে অসমীয়ালৈ ভাঙনি কৰা বঙালী নাটৰ অভিনয় কৰিছিল বুলি জনা যায়।

## কুন্দাৰ ভকত (১৮-১৯ শতিকা)

প্রকৃত নাম লাইমন। মোৱামৰীয়া বিদ্রোহ দমনৰ সময়ত পলাই আহি কৈৱৰ্তকুলীয়া এই ভকতজনাই ডিব্রুগড়ৰ ওচৰত গিনিচুক গাঁওত থাকিবলৈ লৈছিল। কাঠ কুন্দত দিয়া কামত পাকৈত আছিল বাবে গুণে কুন্দাৰ ভকত নামে জনাজাত।

## কেন্দুকলাই

মঙ্গলদৈৰ ব্যাসৰ ওজাৰ এগৰাকী নৃত্যবিদ পূজাৰী। এওঁ কামাখ্যা মন্দিৰৰ নৃত্যবিদ তথা পূজাৰী আছিল। কেন্দুকলাইৰ বিষয়ে সঠিকভাৱে জানিব পৰা নাযায়। ব্যাসৰ ওজাৰ (দেৱী স্তুতি গায়ক আৰু নৃত্যবিদ) উপাধি কলাই। কলা চৰ্চাত অভিজ্ঞতা থকা বাবেই তেওঁলোকক এই উপাধি পূৰ্বৰ কালত দিয়া হৈছিল। কেন্দুকলাইৰ বংশধৰসকলে পাছলৈকে কামাখ্যা মন্দিৰত বংশগত পৰম্পৰা ৰক্ষা কৰি নৃত্য কৰিছিল।

## কোৰোলা বাঢ়ৈ

শংকৰদেৱৰ সময়ৰ বৰদোৱাৰ প্ৰতিমা নিৰ্মাণ কৰা খনিকৰ। এদিনাখন জ্ঞাতি-বন্ধুসকলে শংকৰদেৱক জনালে যে— "বাপ, আপুনি মনুষ্য শৰীৰ ধৰিছে হয় যদিওবা গুণ-কাৰ্যৰ বশৱৰ্তী হৈ চলিছে তথাপি ঈশ্বৰত্ব ভাৱ প্ৰতি মুহূৰ্তেই দেখা গৈছে। ইদানীং বৈকুণ্ঠৰ আৰ্হি দেখুৱাই এটি মাহোৎসৱ দেখুৱাবলৈ অনুমতি হওঁক"। ভকতসকলৰ কথা শুনি শংকৰদেৱে স্বয়ং চিত্ৰকৰ-কাৰ্যত হাত দিয়ে। কোৰোলা বাঢ়ৈক মাতি আনি পদূলিত থকা বেল গছজোপা কটাই মদন-গোপালৰ প্ৰতিমা সাজিবলৈ আজ্ঞা কৰিলে। বাঢ়ৈয়ে কাঠ কাটি কি আৰ্হিৰ প্ৰতিমূৰ্তি হ'ব তাক সুধিবলৈ শংকৰদেৱৰ ওচৰলৈ গ'ল। সেই সময়ত গুৰুজনাই স্নান কৰি আহিছিল মাথো। বাঢ়ৈয়ে প্ৰতিমা কোন আৰ্হিত নিৰ্মিত হ'ব সোধাত শংকৰদেৱে ক'লে যে— যদি তেওঁৰ দৃষ্টিত কোনো মূৰ্তি আৰ্হিত পৰা নাই তেন্তে তেওঁক যিদৰে দেখিছে তাৰেই অৰ্থাৎ শংকৰদেৱৰ আকৃতিৰ মূৰ্তি গঢ়িবলৈ ক'লে। গুৰুবাক্য শিৰোধাৰ্য কৰি কোৰোলাই শঙ্কৰৰ আকৃতিৰ প্ৰতিমা নিৰ্মাণ কৰিলে। এই মূৰ্তি প্ৰতিষ্ঠা কৰাৰ সময়ত ব্ৰাহ্মণসকলে পোনতে শূদ্ৰৰ দ্বাৰা প্ৰতিমা নিৰ্মাণ হোৱা বাবে সেই মূৰ্তি প্ৰতিষ্ঠা নকৰো বুলি কৈছিল। অৱশ্যে পাছত শংকৰদেৱৰ মন্ত্ৰণানুসৰি ৰামৰায়ে মূৰ্তি প্ৰতিষ্ঠাৰ সময়ত ভাগ লোৱা ব্ৰাহ্মণসকলক বহু বেছি দান-দক্ষিণাৰ লোভ আগবঢ়োৱাত তেওঁলোকে মদন-গোপাল মূৰ্তি প্ৰতিষ্ঠাত ভাগ লয় বুলি উল্লেখ কৰা হৈছে।

## কোহিৰাম দাস

নামনি অসমৰ অন্যতম দামোদৰীয়া ব্ৰহ্মসংহতিৰ এখন সত্ৰ হ'ল ভালুকী সত্ৰ। উক্ত সত্ৰত ১৮৫৬ খ্ৰীষ্টাব্দত গায়ন বায়নৰ দল এটা গঢ় লৈ

উঠিছিল। কোহিৰাম দাস এই দলৰ এক মুখ্য বায়ন। এওঁলোকে পোনতে শংকৰদেৱৰ ব্ৰজাৱলী ভাষাৰ আৰ্হিত 'অজামিল উপাখ্যান' নাট পৰিৱেশন কৰিছিল। পাছলৈ এই দলটোৱে গয়াসুৰৰ 'হৰিমাধন', 'সুধন্না বধ', 'ধ্ৰুৱ চৰিত', 'ত্ৰিশংকুৰ স্বৰ্গলাভ' আদি পৰিৱেশন কৰিছিল। ১৮৮০ খ্ৰীষ্টাব্দলৈ এই দলটিয়ে এনেদৰে সত্ৰীয়া সংস্কৃতিৰ প্ৰচাৰ চলাইছিল।

## কৃষ্ণ আৰু ৰাম ময়নাকটা

মাধৱদেৱে এসময়ত এটা সপোনত এটি ৰন্ধ্ৰৰ সন্ধান পায়। চাউল তেল আদি মজুত কৰি ৰখাৰ উপৰিও এই ৰন্ধ্ৰটোৰ যাতে ৰক্ষণাবেক্ষণ হয়— তাৰ বাবে গুৰুজনাই নাৰায়ণ আতৈক বেহাৰলৈ দুজন ভাল বাঢ়ৈ আনিবলৈ পঠায়। নাৰায়ণ আতৈয়ে হৰিকৃষ্ণৰ পুতেক কৃষ্ণ আৰু কৃষ্ণৰ বন্ধু ৰাম ময়নাকাটাক বৰপেটালৈ লৈ আহি গুৰুৰ আগত হাজিৰ কৰে। কৃষ্ণ আৰু ৰাম ময়নাকটাই বাঁহ-খেৰ আদিৰে ধুনীয়া ভৰাঁলঘৰ নিৰ্মাণ কৰি উলিয়ায় আৰু ৰন্ধ্ৰটো এই ঘৰটোৰ ভিতৰত ৰক্ষণাবেক্ষণ কৰা হয়। কথিত আছে যে এই দুজন শিল্পীয়ে ভাজঘৰটো কেনেধৰণে বান্ধিব লাগে বুলি সোধাত গুৰুজনাই কৃষ্ণই শৰ মাৰি পাতালৰ পৰা পানী তোলোতে শাৰঙ্গ ধনুৱে যি পৰিমাণে ভাজ লৈছিল, ঠিক সেই পৰিমাণত ঘৰটো ভাজ কৰিব কৈছিল। সেয়েহে কীৰ্ত্তন ঘৰৰ লগত সংলগ্ন মণিকূট বা ঘৰটোও ভাজ ৰূপ লয় বাবে ভাজঘৰ নাম এতিয়াও থাকি গ'ল।

## কৃষ্ণকান্ত গগৈ হাতীবৰুৱা (১৯-২০ শতিকা)

শিৱসাগৰ অঞ্চলৰ কাৰিকৰী দক্ষ শিল্পী। মুগা কাপোৰ বোৱা এটা যন্ত্ৰ সাজি ১৮৮৩ খ্ৰীষ্টাব্দত কলিকতাত বহা শিল্প প্ৰদৰ্শনীত প্ৰদৰ্শন কৰিছিল।

উল্লেখ্য যে অসমৰ পৰম্পৰাগত শিল্পক বাহিৰত প্ৰদৰ্শন কৰা, প্ৰচাৰ কৰা সকলৰ ভিতৰত এখেত অন্যতম আছিল।

## কৃষ্ণ খনিকৰ

তাঁতীকুছিত মাধৱদেৱে ৰজা-প্ৰজা, ভকত-অভকত আদি সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পৰাকৈ এটি চকুত লগা ধৰণৰ ঘৰ সাজিবলৈ ইচ্ছা প্ৰকাশ কৰিছিল। এই কামত মথুৰাদাস বুঢ়া আতাই আগৰণুৱা হৈ ওলাইছিল। মাধৱদেৱৰ দিহা-পৰামৰ্শ আৰু নিৰ্দেশ অনুসৰি কৃষ্ণ খনিকৰ নামৰ এগৰাকী বিখ্যাত মিস্ত্ৰীয়ে ৰঙীয়াল গৃহ নিৰ্মাণ কৰি উলিয়াইছিল। এই গৃহ নিৰ্মাণ কাৰ্যত আতা-আতৈসকলে বিবিধ আহিলা পাতিৰ যোগান ধৰিছিল। নাৰায়ণদাস ঠাকুৰ আতাই খেৰ, মাণিকপুৰীয়া কৃষ্ণ আতৈয়ে কাপ-ঢেকীয়া, দক্ষিণ কুলীয়া বৰবিষ্ণু আতাই শলি-কোদাল, ভৱানীপুৰীয়া গোপাল আতা আৰু ঢোপৰ গুৰিৰ লক্ষ্মীকান্ত আতৈয়ে বেত, সুন্দৰীদিয়া সত্ৰৰ ৰামদাস আতৈয়ে বাঁহ, হৰিকৃষ্ণ আতৈ, ভাটীৰ ৰাম কাৰিকৰ আতৈয়ে আৰু আইধায়ে বালিচন্দা আদি দি সহায় কৰিলে।

কৃষ্ণ খনিকৰৰ দ্বাৰা নিৰ্মিত ৰঙীয়াল গৃহৰ ৰুৱা আৰু কামীবোৰ হেঙুল-হাইতালেৰে বোলোৱা হৈছিল। চতি, ফুলচতি, খুঁটা আদিত নানা ধৰণৰ লতা-পাত-ফুল, আদি কাটি তাত বালিচন্দা, ৰংপাতা আদি খটোৱা হৈছিল। কাপ-ঢেকীয়াৰে সজা বেৰবোৰত অসমীয়া শিল্প-নিপুণতাৰ সুন্দৰ চানেকি ফুটি উঠিছিল।

## কৃষ্ণকান্ত দাস

অসমৰ কুটিৰ শিল্পৰ প্ৰাণকেন্দ্ৰ স্বৰূপ হাজোৰ এজন খনিকৰ। এওঁৰ বিষয়ে কোনো ঐতিহাসিক তথ্য পোৱা নাযায়। ১৯৬৭ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী

মাহত 'কটন কলেজ প্লেনিং ফৰাম'ৰ দল এটাই হাজোত কুটিৰ শিল্প সম্বন্ধে এটা অনুসন্ধান কৰিছিল। এই ফৰামৰ প্ৰতিবেদন মতে হাজোৰ হিন্দু খনিকৰৰ ভিতৰত ভঁৰালীটোলৰ কৃষ্ণকান্ত দাসৰ কোনো পুৰুষে প্ৰথম এই কুটীৰ শিল্প আৰম্ভ কৰিছিল।

## গৰ্গ ওস্তাদ

চাওঁক - **কাতিয়া আৰু আহিনা**

## গুলাৰাম ভূএগ

সৰ্থেবাৰী অঞ্চলৰ এগৰাকী বিখ্যাত শিল্পী। ভৱনাথ ভূএগ (১৮৮০ খ্ৰীষ্টাব্দত জন্মগ্ৰহণ) ৰ পিতৃ। শিল্পী ভৱনাথ ভূএগাই শিল্পকলাৰ শিক্ষা লাভ কৰিছিল পিতৃ গুলাৰাম ভূএগাৰ পৰা। এখেতে ঘৰ-দুৱাৰ বনোৱাৰ উপৰিও পালেং, চকী, মেজ, আলমাৰী আদি সুন্দৰকৈ নিৰ্মাণ কৰিছিল। গুলাৰাম ভূএগাৰ শৈল্পিক নিষ্ঠাৰ দ্বাৰা অনুপ্ৰাণিত হৈ পুত্ৰ ভৱনাথেও দক্ষতাৰে নিজ বাসভৱন তৈয়াৰ কৰিছিল।

## গেন্ধেলা গৰীয়া

আহোম ৰাজত্বৰ সময়ছোৱাত যি সকল কাৰিকৰক অসমলৈ কাৰিকৰী দক্ষতাৰ বাবে লৈ অনা হৈছিল সেই সকলৰ ভিতৰত গেন্ধেলা গৰীয়া অন্যতম। গৌৰ দেশৰ পৰা অহাৰ কাৰণে এওঁ গৰীয়া উপাধি পাইছিল। তিৰু পাহাৰত সেই সময়ত লোৰ আকৰ আৰু লোণৰ পুং আছিল। এই খনিকৰজনে হিলৈ আৰু বৰটোপ তৈয়াৰ কৰিব জানিছিল বাবে এওঁক তিৰু পাহাৰত ৰখা হৈছিল। ১৫৯৫ খ্ৰীষ্টাব্দত গেন্ধেলা গৰীয়াই স্বৰ্গদেউৰ কাৰখানাত আটাইতকৈ ডাঙৰ আৰু শক্তিশালী কামানটো সাজি উলিয়াইছিল।

## গোপাল

১৮৭৫ খ্রীষ্টাব্দত গোপাল নামৰ এগৰাকী বঙালী শিল্পী কামাখ্যালৈ আহে। তেওঁ নাট্যকুশল আৰু সংগীত বিশাৰদ আছিল বাবে মানুহে তেওঁক গোপাল 'ওস্তাদ' বুলিছিল। জীৱিকা নিৰ্বাহৰ বাবে তেওঁ অসমলৈ আহিছিল। কামাখ্যাবাসীয়ে তেওঁৰ ললিত-কলা বিষয়ক জ্ঞানত আকৃষ্ট হৈ ভৰণ-পোষণ তথা থকাৰ ব্যৱস্থা কৰে। এই বন্দোবস্তীৰ বাবে গোপালে কামাখ্যাত এদল ভাৱৰীয়াক থিয়েটাৰৰ বাবে প্ৰশিক্ষণ দিয়ে। একেটা ঘৰকে ওস্তাদবাবুৰ বসতি ঘৰ তথা শিক্ষাৰ্থীসকলৰ আখৰা ঘৰ হিচাপে ব্যৱহাৰ কৰা হৈছিল। গোপালৰ প্ৰথম শিক্ষাৰ্থীৰ ভিতৰত আছিল— গৌৰী প্ৰসাদ শৰ্মা, উমাকান্ত শৰ্মা, ৰাজকৃষ্ণ শৰ্মা আৰু লক্ষ্মীনাথ শৰ্মা প্ৰভৃতি কেইজনমান। প্ৰথম অভিনীত নাটখন আছিল 'জয়দ্ৰথ বধ'। গোপাল ওস্তাদৰ অধীনত শিক্ষালাভ কৰা দ্বিতীয় দলৰ ভিতৰত আছিল যাদৱানন্দ অধিকাৰী, যোগেন্দ্ৰ নাথ শৰ্মা, কালীকৃষ্ণ শৰ্মা, যোগেশ্বৰ শৰ্মা, জীৱন নাথ শৰ্মা, দুৰ্গাচৰণ আঠপৰীয়া আদি। তাত অভিনয় কৰা দ্বিতীয়খন নাট আছিল 'অভিমন্যু বধ' (বঙালী ভাষাত)। ১৮৭৭ খ্রীষ্টাব্দত কামাখ্যাত এটা থিয়েটাৰ সংঘ স্থাপিত হয়। ইয়াৰ ফলত নতুনকৈ অভিনেতাৰ জন্ম হ'বলৈ ধৰে। দুৰ্ভাগ্যবশত এদিন আখৰা ঘৰত হঠাতে জুই লাগে আৰু এই জুইত শুই থকা অৱস্থাত গোপাল ওস্তাদে অগ্নিদগ্ধ হৈ প্ৰাণত্যাগ কৰে।

## গোপালদেৱ আতা (১৫৪১ - ১৬১১ খ্রীঃ)

**মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰক সকলৰ অন্যতম গোপালদেৱ আতা আছিল এগৰাকী উদাৰ তত্বজ্ঞ পণ্ডিত, নাট্যকাৰ, কবি আৰু পৰিৱেশ্য শিল্পী। উজনি অসমত জন্মগ্ৰহণ কৰিলেও বৰপেটা জিলাৰ অন্তৰ্ভুক্ত ভৱানীপুৰ গাঁওহে**

তেওঁৰ প্ৰধান কৰ্মক্ষেত্ৰৰূপে পৰিগণিত হৈছিল। সেইদেখি তেওঁ ভৱানীপুৰীয়া গোপাল আতা নামেহে সুপৰিচিত।

গোপাল আতাই ভৱানীপুৰত নিগাজীভাৱে বসতি কৰাৰ কিছুদিন পাছত বৰপেটালৈ (সেই সময়ৰ তাঁতীকুছি) উঠি অহা মাতামহ বুঢ়াশঙ্কৰৰ অনুগ্ৰহত মহাপুৰুষ শংকৰদেৱক দৰ্শন কৰাৰ সুযোগ পায়। গুৰুজনাৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত তেওঁৰ অপৈণত ডেকা মনৰ ওপৰত কিছুদিনৰ বাবে চৈতন্যদেৱৰ ধৰ্ম প্ৰচাৰকৰ দল এটিৰ প্ৰভাৱ পৰিছিল। কিন্তু অলপ দিনৰ ভিতৰতে তেওঁলোকৰ স্বৰূপ ধৰা পৰাত নাৰায়ণ দাস ঠাকুৰ আতাৰ পৰামৰ্শ অনুসৰি মাধৱদেৱৰ পৰা শৰণধৰ্ম লৈছিল। পাছলৈ তেওঁ মাধৱদেৱৰ অতিকৈ প্ৰিয় শিষ্য হৈ উঠিছিল। গোপাল আতা এজনা সুদক্ষ প্ৰচাৰ কৰ্মী আছিল। এই প্ৰচাৰ কৰ্মত তেওঁ গীত-মাত ব্যৱহাৰ কৰিছিল আৰু নিজে গীত গাইছিল। তেওঁ নাট-গীত-ঘোষা আদি প্ৰণয়ন, চৰ্চন আৰু প্ৰচলনৰ দ্বাৰা সাংস্কৃতিক ঐতিহ্য ৰক্ষা কৰি যোৱাৰ লগতে তাৰ বিকাশ সাধনৰ যোগেদি জাতীয় জীৱন সাৰ্থক কৰি গৈছে।

আতাই দুগৰাকীকৈ কন্যাৰ পাণি গ্ৰহণ কৰিবলগীয়া হৈছিল। প্ৰথমতে বৰপেটাৰ হৰিৰাম কায়স্থৰ (ওৰফে হৰিয়া কায়স্থ) কন্যা বৃন্দাৱতীৰ (এওঁৰ আন এটি নাম বিবিন্দ্ৰা) লগত আতাৰ শুভ-বিবাহ হয়। দ্বিতীয়তে মাক ব্ৰজাঙ্গী আয়ে তাৰ আগতে ভৱানীপুৰতে পুতেকলৈ ছোৱালী চাই বিয়া কৰাব বুলি প্ৰতিশ্ৰুতি দি থোৱা বাবে পহিয়া মাধৱ বা পৰ্হিয়া আতাৰ প্ৰথমা কন্যা সুভাগীৰ (এওঁৰ নাম বৃন্দা) লগত গোপাল আতাৰ দ্বিতীয়খন বিবাহ পাতিব লগা হয়।

গোপালদেৱে গীত ঘোষা আৰু নাটেৰে অসমীয়া সাহিত্যৰ ভঁৰাললৈ অমূল্য সম্পদ দি গৈছে। এবাৰ আতাই গীত-সূত্ৰ আদি সংযোজনাৰ দ্বাৰা "জন্ম যাত্ৰা" নামৰ অঙ্কীয়া নাটখনি ৰচনা কৰি উঠাৰ পাছত ভকত সমন্বিতে গুৰুজনাক তেওঁৰ তালৈ নিমন্ত্ৰণ জনাই লৈ গৈছিল। জন্মাষ্টমী উৎসৱ উপলক্ষে

দিনে-নিশাই হোৱা ভাওনাত গোপাল আতাই হেনো বাসুদেৱৰ ভাও লৈছিল। তাৰ পিছদিনা বোকাযাত্ৰা বা পেকযাত্ৰাৰ কাৰণে ৰচিত পাচতি গীতো গাইছিল। গোপাল আতাৰ দ্বিতীয়খন নাট হৈছে 'উদ্ধৱ সংবাদ'। কথিত আছে যে এই নাটৰ ভাওনাত গোপাল আতাই উদ্ধৱৰ ভাও লৈছিল আৰু কলা কৌশলৰ দ্বাৰা তেওঁৰ চৰিত্ৰ এনে সুন্দৰকৈ ফুটাই তুলিব পাৰিছিল যে দৰ্শক মণ্ডলীয়ে এই অভিনয়ত আপ্লুত হৈ পৰিছিল। গোপাল আতাৰ তৃতীয় নাট হৈছে- 'নন্দোৎসৱ'। সুদীৰ্ঘ পোন্ধৰ বছৰ কাল ধৰ্মাচাৰ্যৰ দায়িত্ব পালন কৰি সত্তৰ বছৰ বয়সত গোপালদেৱ আতাৰ মৃত্যু হয়।

## গোপাল মিশ্ৰ (১৬-১৭ শতিকা)

জন্ম নলবাৰীৰ খুদিয়া গাঁওত। পাটবাউসীলৈ আহি দামোদৰদেৱৰ শৰণ লয়। সংগীত বিদ্যাৰ এগৰাকী নিপুণ শিল্পী আছিল। ১৬১২ খ্ৰীষ্টাব্দত খুদিয়া সত্ৰ প্ৰতিষ্ঠা কৰে।

## ঘনশ্যাম (? — ১৭১১-১২)

কোচ ৰজা ৰূপনাৰায়ণৰ ৰাজত্বৰ শেষভাগত আহোম ৰজা স্বৰ্গদেউ গদাধৰ সিংহই ঘনশ্যাম নামৰ এজন খনিকৰক আমন্ত্ৰণ কৰি আনে আহোম ৰজাৰ ঘৰ দুৱাৰ বান্ধিবৰ কাৰণে। এইজনা বিখ্যাত খনিকৰে ৰূপনাৰায়ণ পৃষ্ঠপোষকতাত বহুতো আৱাস গৃহ নিৰ্মাণ কৰি উলিয়াইছিল। এই নিৰ্মাণ কাৰ্যত অভিভূত হৈ গদাধৰ সিংহই ঘনশ্যামক ৰংপুৰলৈ নিমন্ত্ৰণ কৰি নিয়ে। ঘনশ্যাম খনিকৰৰ প্ৰকৃত নাম ঘনচামুদ্দিন বুলি জনা যায়। গদাধৰ সিংহৰ পিছত স্বৰ্গদেউ ৰুদ্ৰসিংহৰ দিনত কোচবিহাৰ নিৱাসী ঘনশ্যামৰ দ্বাৰা মহাৰাজে কাৰেংঘৰ, তলাতল আদি বহুতো মূল্যবান ৰাজ-অট্টালিকা সজোৱায়। কাম

সমাপ্ত হোৱাৰ পিছত স্বৰ্গদেৱে ঘনশ্যামৰ হাতৰ উত্তম কাৰুকাৰ্য দেখি সন্তুষ্ট হৈ তেওঁক সমুচিত বঁটা দি বিদায় দিয়ে। কিন্তু ৰংপুৰ এৰি যাওঁতে বাটত ঘনশ্যামৰ হাতত গুপ্ত অভিসন্ধিৰ এখন কাগজ ধৰা পৰে। সেই অপৰাধৰ বাবে ঘনশ্যামক নিজ দেশলৈ উভতি যাবলৈ নিদি আজীৱন কাৰাবন্দী কৰি ৰখা হয়।

## চতুৰ্ভুজ ঠাকুৰ (১৫৯৫-?)

পুৰুষোত্তম ঠাকুৰৰ খুড়াকৰ পুতেক। তেওঁৰ পিতৃ হৰিচৰণ শংকৰদেৱৰ দ্বিতীয় পুত্ৰ আছিল। তেওঁ পোনতে ঘিলাজাৰি, পাছত বিষ্ণুপুৰত সত্ৰ পাতিছিল। ধৰ্ম প্ৰচাৰৰ লগতে দুই এটা গীতো লিখিছিল। সম্ভৱত সংগীত শিল্পত কিছু পাৰদৰ্শী আছিল। তেওঁৰ এটা গীত হৈছে—

"শংকৰ মাধৱ পুৰুষোত্তম
বৈকুণ্ঠ গৈলা লড়ি।
নিজ ভৃজ বুলি কৃষ্ণ নিলন্ত
মই পাপী থাকিলো পড়ি॥"

## চন্দ্ৰমোহন গোস্বামী

শিৱসাগৰ গৱৰ্ণমেন্ট হাইস্কুলৰ হেডমাষ্টাৰ আছিল। ১৮৮৩ খ্ৰীষ্টাব্দত শিৱসাগৰৰ ডেপুটি কমিছনাৰজনে গোস্বামী ডাঙৰীয়ালৈ তেখেতৰ ছাত্ৰ-ছাত্ৰীসকলৰ দ্বাৰা শ্যেইক্সপিয়েৰৰ নাটক 'জুলিয়াছ চিজাৰ'খন মঞ্চস্থ কৰিবলৈ পৰামৰ্শ আগবঢ়ায়। অনুৰোধ ৰক্ষা কৰি হেডমাষ্টৰজনে ছাত্ৰসকলক দিহা দি নাটকখনিৰ অভিনয় কৰায়। গোস্বামীদেৱে নিজে মঞ্চসজ্জাৰ ব্যৱস্থা কৰে।

সেই হিচাপে গোস্বামীদেৱক শিৱসাগৰৰ প্ৰথম ভাগৰ মঞ্চসজ্জা শিল্পী বুলি কব পাৰি।

## চান্দসাই (চান্দ খাঁ, চান্দসাঁ)

বৃত্তিগতভাৱে এগৰাকী দৰ্জী আছিল। এওঁ শংকৰদেৱৰ ধৰ্মৰ প্ৰতি আকৃষ্ট হয় আৰু সম্ভৱতঃ এৱেঁই পোনপ্ৰথমে অসমত হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি আনিবলৈ চেষ্টা কৰিছিল। গায়নত পাৰদৰ্শী হোৱাৰ উপৰিও এওঁৰ ৰচিত গীতসমূহ অসমীয়া গীতি-সাহিত্যৰ এক অমূল্য সম্পদ। অসমীয়া জিকিৰত এওঁকে 'চান্দৰে বঢ়াই' বুলি কোৱা হৈছে।

## জগন্নাথ তিৰুকাকতি

শিৱসাগৰীয় সংস্কৃতিৰ অন্যতম বাটকটীয়া কমাৰদফীয়া ইয়ং কোম্পানীৰ(১৮৭২ - ১৮৭৬ খ্ৰীষ্টাব্দলৈ) প্ৰতিষ্ঠাপক লক্ষ্মীনাথ কাকতিৰ পিতৃ জগন্নাথ তিৰুকাকতি হিলৈ বৰটোপ বনোৱা এজন সুদক্ষ শিল্পী আছিল। এওঁ তিৰু পাহাৰত আছিল বাবে তেওঁৰ উপাধি হৈছিলগৈ তিৰুকাকতি। অস্ত্ৰ নিৰ্মাণ কৰা খনিকৰ সকলৰ কাম কাজ পৰিদৰ্শনৰ বাবে স্বৰ্গদেউৱে এওঁক তিৰুপাহাৰত নিযুক্তি দিছিল। কাকতি ডাঙৰীয়াই তৈয়াৰ কৰা বৰটোপত নিজৰ নামটো খোদিত কৰিছিল। উল্লেখযোগ্য যে গেন্ধেলা গৰীয়াই এওঁৰ অধীনতে কাম কৰিছিল।

## জয়ানন্দ

ৰাজেশ্বৰ সিংহৰ ৰাজত্বকালৰ সময়ত মণিপুৰীয়া ৰজা জয়সিংহ আৰু কছাৰী ৰজা সন্ধিকাৰীক সম্ভাষণ জনাওঁতে স্বৰ্গদেৱৰ আগত কীৰ্তিচন্দ্ৰ

বৰবৰুৱাৰ বৰপুতেক চন্দ্ৰহাস ডেকাবৰুৱাই দুশ মানুহৰ হতুৱাই 'ৰাৱণ বধ' ভাওনা কৰি ৰজাসকলক আনন্দ দিছিল। সেই উপলক্ষে জয়ানন্দৰ জোৰাই স্বৰ্গদেৱৰ সভাত পাসৌজ গান কৰিছিল। জয়ানন্দ সেই কালৰ এগৰাকী বিচক্ষণ সঙ্গীতজ্ঞ পুৰুষ আছিল।

## জয়ানন্দদেৱ

মায়ামৰা দিনজয় সত্ৰত সংৰক্ষিত 'শ্ৰীভাগৱত মৎস্য চৰিত'ত থকা চিত্ৰসমূহৰ শিল্পী। চৰিতখনৰ মূল পৃষ্ঠাবোৰত কোনো চিত্ৰ নাই যদিও ভিতৰৰ কাঠৰ ঢাকনিটো আৰু কিছুমান বাহিৰৰ বাহিৰা পৃষ্ঠাত বিষ্ণুৰ দশাৱতাৰ, অনন্ত, হয়গ্ৰীৱ, ব্ৰহ্মা আদিৰ চিত্ৰ দিয়া হৈছে। এই চিত্ৰবোৰ জয়ানন্দদেৱে চিত্ৰণ কৰা।

## জিননাথ

উত্তৰ গুৱাহাটীৰ ৰংমহলত পোৱা দ্বিজৰামৰ 'চাহাপাৰি উপাখ্যান'ৰ চিত্ৰাঙ্কন আছিল জিননাথ বোলা এজন শিল্পীৰ। এই পুথিখনি অবধি উপভাষাৰ কুতুবনকৃত মূল মৃগাৱতী (১৫১২ খ্ৰীঃ)ৰ আধাৰত লিখা। এই পুথিখনি ১৭৯০ খ্ৰীঃ বুলি কোৱা হৈছে। জিননাথ বংশ পৰিচয়ৰ বিষয়ে ইতিহাসত কোনো তথ্য পোৱা নাযায়।

## জীউধন কঁহাৰ

সৰ্থেবাৰীৰ কাঁহ শিল্পৰ এগৰাকী প্ৰবাদ প্ৰতিম শিল্পী। নিজৰ শিল্প প্ৰতিভাৰ বাবে জীউধন কঁহাৰে স্বৰ্গদেউ শিৱসিংহৰ পৰা তাম্ৰপত্ৰ, এশপুৰা নিস্কৰ মাটি আৰু 'চৌধুৰী' উপাধি পাইছিল।

## ডিমা বায়ন আৰু জগন্নাথ গায়ন

মাধৱদেৱৰ শিষ্য। হাজোত থকা কালছোৱাত মহাপুৰুষ মাধৱদেৱৰ প্ৰিয় শিষ্য হৈ পৰিছিল ডিমা বায়ন আৰু জগন্নাথ গায়ন। এওঁলোক দিনে নিশাই নতুৱা নাচ-কাচ কৰাই স্থানডোখৰ ৰজনজনাই ৰাখিছিল। এওঁসকলে স্বয়ং মাধৱদেৱৰ পৰা বাজনা শিকিছিল। 'কথা গুৰুচৰিত'ত ইয়াৰ অৱতাৰণা কৰা হৈছে এনেদৰে— "আৰু হাজোৰ গায়নে গৈ গুৰুজনত প্ৰাৰ্থনাকৈ ধৈলে বাজনা শিকিবলৈ। তেহে গুৰুজনে গীত কৰিল দিছে। তাতে ৰাগ তাল মান, ঘাত, বাজনা সকলো উঠিছে। সিহঁতে চাই দেখি আশ্বৰ্য অদ্ভুত হৈ বোলে আৰা মনুষ্য নহয়, সাক্ষাৎ ঈশ্বৰ, ছদ্মহে নৰদেহা। ৰাগগৌৰি॥ "ৰে ৰে বিৰিন্দাবনে মোহন গোবিন্দ বিজয় নন্দকু বালা।।"

## তাৰিণী দেৱী (১৮২৯-১৮৯২)

পিতৃ হলিৰাম ঢেকিয়াল ফুকন আৰু মাতৃ কল্যাণী দেৱী। অসমৰ প্ৰসিদ্ধ পুৰুষ আনন্দৰাম ঢেকিয়াল ফুকনৰ বৈমাত্ৰেয় ভাগিনী তাৰিণী দেৱীৰ বিবাহ সম্পন্ন হৈছিল নগাঁওৰ জখলাবন্ধা সত্ৰৰ সত্ৰাধিকাৰ ৰঘুনাথ গোস্বামীৰ লগত। বোৱাৰী কালতো শিল্পৰ প্ৰতি অদম্য স্পৃহা অব্যাহত ৰাখিছিল। সত্ৰীয়া পৰম্পৰাৰে অনুপ্ৰাণিত হৈ পাছলৈ বহুতো গীতো ৰচনা কৰিছিল। একেদৰে আৰতি, ঝুলনা গীত আদি ৰচনা তথা নিজে পৰিৱেশন কৰিছিল। নন্দোৎসৱৰ লগতে পাচতি সৱাহ পতাৰ নিয়ম উলিয়ায়। এই সৱাহত গোপিনীসকল অহাৰ পাছত নন্দ যশোদা, পূতনা, গৰ্গ আদি ভাৱৰীয়া ওলায়। তাৰিণী দেৱী ৰচিত এটি পাচতি নাম (গীত)ৰ কিয়দাংশ উল্লেখ কৰা হ'ল—

"সখি বিয়নি বাই এ আহাঁ নন্দৰ ঘৰে যাওঁ।
পূৰ্ণ ব্ৰহ্ম কৃষ্ণ গকুলে জন্মিছে গৈ দেখিবাক পাওঁ॥

আহা সখি আহা বাই নন্দৰ ঘৰে যাওঁ।
যশোদাৰ পুত্র হইছে নয়ন ভৰি চাওঁ॥”

## তিথিৰাম বায়ন

১৮২৬ খ্রীষ্টাব্দত ইংৰাজে অসম দখল কৰাৰ পাছত কালক্রমত অসমৰ পঢ়াশালিত অসমীয়াৰ ঠাইত বঙলা ভাষাৰ প্রচলন আৰম্ভ হয়। লগে লগে বঙ্গদেশৰ পৰা অহা বঙালী 'যাত্রাপাৰ্টি', বঙালী সংকীর্তন অসমলৈ আহি মঞ্চ দখল কৰে। বৰপেটাৰ তিথিৰাম নামৰ নৃত্য-নাট্য আৰু বাদ্য বিশাৰদ এজনে এটি যাত্রা দল খুলি অসমৰ উজনি-নামনিৰ গাঁৱে-চহৰে যাত্রাভিনয় কৰি ফুৰিছিল। তেওঁৰ নাটক কেইখন আছিল 'দুৰ্যোধনৰ উৰুভঙ্গ', 'ৰাম বনবাস', আৰু 'ৰাধিকাৰ মানভঞ্জন'। প্রথমখন নাট বঙালী নাট্যকাৰৰ আৰু শেষৰ দুখন অসম সাহিত্য সভাৰ প্রাক্তন সভাপতি প্রসন্নলাল চৌধুৰীৰ ককাদেউতাক গোবিন্দৰাম চৌধুৰীৰ ৰচনা। তিথিৰাম বায়নেই দলটো অতি পৰিপাটি আছিল। টকৌ পাত, বাঁহ-বেতেৰে সুন্দৰ ভাৱে ছৈ সাজি লোৱা দুখন বৰ নাৱক অৱলম্বন কৰি বৰলুইত আৰু ইয়াৰ উপনৈ বিলাকেৰে সকলো যাত্রা দলৰ সম্ভাৰ লগত লৈ অসমৰ উজনি-নামনিৰ ঠাইসমূহত যাত্রাভিনয় প্রদর্শন কৰিছিল। ১৮৬০ খ্রীষ্টাব্দৰ পৰা আঠ বছৰ কাল তিথিৰাম বায়নেই যাত্রাভিনয়ে অসমৰ উজনি-নামনি তোলপাৰ লগাইছিল। তিথিৰাম বায়নেই যাত্রাভিনয়ক ব্যৱসায় ভিত্তিত প্রতিষ্ঠা কৰা অসমীয়া সর্বপ্রথম যাত্রাভিনয় বুলি কোৱা হয়। অসমৰ সেইসময়ৰ আৰ্থ-সামাজিক দিশৰ প্ৰৱল হেচাত পৰি তিথিৰামে বঙালীতে লিখা-পঢ়া শিকিছিল আৰু শিল্প সৃষ্টিৰ বাবে বঙালী নাট্যাভিনয় কৰি শিল্প সাধনা কৰিবলগীয়াত পৰিছিল। যন্ত্র-সংগীতত তিথিৰাম বায়ন আছিল এজন নিপুণ শিল্পী। এদিন সন্ধিয়া তালিম ঘৰত অকলে বহি

আমনি লগাত তেওঁ বেহেলা বজাবলৈ ধৰিলে। বেহেলাৰ সুমধুৰ সুৰত মোহিত হৈ এডাল বৃহৎ ফেটী-গোম সাপে বেহেলাৰ সন্মুখত ফণা মেলি নৃত্য কৰিলে। বায়নে চকুমুদি আপোন মনে বেহেলা বজোৱাত মগ্ন থকা কাৰণে সাপডাল দেখা নাছিল। যাত্ৰাৰ শিল্পী কেইজনমানে তালিম ঘৰলৈ আহি সেই দৃশ্য দেখি আচৰিত হৈ আস্-ইস্ শব্দ কৰিলে আৰু সেইসময়ত বায়নে চকু মেলিলে। দেখিলে এডাল প্ৰকাণ্ড ফেটী-গোমে ফণা নচুৱাই বিভোৰ হৈ আছে। বায়নে লাহে ধীৰে বেহেলাৰ শব্দ কমাই আনিলে আৰু সাপডাল তাৰপৰা অদৃশ্য হৈ পৰিল। তিথিৰাম বায়নৰ সেই প্ৰখ্যাত যাত্ৰাভিনয় সময়ৰ সোঁতত এদিন হেৰাই গ'ল। তেওঁৰ বিখ্যাত বেহেলাখন গোবিন্দৰাম চৌধুৰীক দি গ'লহি। গোবিন্দ চৌধুৰীৰ নাতি কবি প্ৰসন্ন লাল চৌধুৰীয়ে বহুবছৰলৈ সেই বেহেলাখন সংৰক্ষণ কৰি ৰাখিছিল।

## দিলবৰ আৰু দোচাই

স্বৰ্গদেৱ শিৱসিংহ আৰু মহিষী অম্বিকাদেৱীৰ পৃষ্ঠপোষকতাত সুকুমাৰ বৰকাঠে ১৭৩৪ খ্ৰীষ্টাব্দত গজশাস্ত্ৰৰ আলমত 'হস্তীবিদ্যাৰ্ণৱ' নামৰ পুথি-চিত্ৰখন লিখি উলিয়ায়। এই পুথি-চিত্ৰখন ভাৰতীয় পুথি-চিত্ৰৰ জগতলৈ এক ডাঙৰ অৱদান। 'হস্তীবিদ্যাৰ্ণৱ'ত চিত্ৰ আঁকিছিল দিলবৰ আৰু দোচাই নামৰ দুগৰাকী শিল্পীয়ে। 'হস্তীবিদ্যাৰ্ণৱ'ৰ চিত্ৰসমূহে আহোম ৰাজসভাৰ বিভিন্ন তথ্যপাতিৰো পৰিচয় যোগান ধৰে। ৰচয়িতা সুকুমাৰ বৰকাঠ, খনিকৰ দিলবৰ আৰু দোচাই তথা ৰাণী অম্বিকাদেৱীৰ প্ৰতিচ্ছবিও ইয়াত বৰ্তমান। এই পুথি চিত্ৰত পাশ্চাত্য আৰ্হিৰ প্ৰতিকৃতি মন কৰিবলগীয়া। দিলবৰ আৰু দোচাই খুউৱ সম্ভৱত মোগল শিল্প-কলাৰ দ্বাৰা উদ্বুদ্ধ শিল্পী আছিল। পাছৰ পৰ্যায়ত এওঁলোকৰ শিল্প-কলাৰ নিদৰ্শন সম্পৰ্কত সঠিক তথ্য পোৱা নাযায়। তথাপিও

পৰৱৰ্তী সময়ত ৰজাঘৰীয়া পৃষ্ঠপোষকতাত হোৱা চিত্ৰ-পুথিবোৰত খুউৱ সম্ভৱত এওঁলোকে খনিকৰৰ কাম কৰিছিল।

## দুতিৰাম হাজৰিকা (১৮০৬ - ১৯০১)

জন্ম যোৰহাটত। পিতৃ সোণবৰ হাজৰিকা। বনিয়া সম্প্ৰদায়ৰ লোক আছিল। দিহিং সত্ৰৰ এই ভকত জনাই গীত গাব জানিছিল আৰু ভাওনাতো অংশ লৈছিল। এওঁৰ ৰচনা সমূহ হ'ল— 'কলিভাৰত বুৰঞ্জী', 'দিহিং সত্ৰৰ বুৰঞ্জী', 'ৰসিক পুৰাণ' আৰু 'বনিয়াসকল অসমলৈ অহাৰ বৃত্তান্ত'।

## দুৰ্গাবৰ

পাঁচালী কাব্যৰ কবিসকলৰ ভিতৰত দুৰ্গাবৰৰ নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁ ৰচা 'ৰামায়ণ'খনত কবিগৰাকীৰ আত্মপৰিচয়মূলক কথা পোৱা নাযায়। তেওঁৰ 'পদ্মপুৰাণ'ত তেওঁৰ নিজৰ বিষয়ে সামান্যতম বিৱৰণ পোৱা যায়—

'কায়স্থ শ্ৰীচন্দ্ৰধৰ তান পুত্ৰ দুৰ্গাবৰ
বিৰচিলা গীত বিতোপন'

আন এঠাইত আছে—

'কবি দুৰ্গাবৰে বিৰাচিলা অনুপাম।
পৰ্বত গহন নীলগিৰি যাৰ নাম॥
নীলাচল নাম সংসাৰত সাৰ।
আচয় পাৰ্ব্বতি অসুৰৰ খয়ঙ্কাৰ॥'

ধাৰণা কৰা হয় যে দুৰ্গাবৰে জন্ম লাভ কৰিছিল এটা কায়স্থ পৰিয়ালত। তেওঁ নীলগিৰি পাহাৰৰ নীলাচল গ্ৰামত থাকি পদ্মাপুৰাণৰ গীত ৰচনা কৰিছিল।

তেওঁ বাহুবল শিকদাৰ নামৰ এগৰাকী বিষয়াৰ পৃষ্ঠপোষকতাত পদ্মাৰ গীত প্ৰচাৰ কৰিছিল। এইজনা কবিয়ে সম্ভৱত বিশ্বসিংহৰ ৰাজত্বকালতে পদ্মপুৰাণৰ গীত ৰচনা কৰিছিল। চাৰ এডৱাৰ্ড গেইটৰ মতে হাৰিয়া মণ্ডলৰ পুত্ৰ বিশুৱে ১৫১৫ খ্ৰীষ্টাব্দত বিশ্বসিংহ নাম লৈ সিংহাসনত উঠে। ১৫৪০ খ্ৰীষ্টাব্দ মানত বিশ্বসিংহৰ মৃত্যু হয়।

দুৰ্গাবৰ এজন পাঁচালী বা পাঞ্চালী গায়ক বৃত্তিয়াল (Professional) ওজা আছিল বুলিব পাৰি। তেওঁ প্ৰথমতে মৌখিক পৰম্পৰাত প্ৰচলিত মনসাৰ পাঁচালীৰ গীত-পদ ৰচনা কৰিছিল। এগৰাকী বৃত্তিয়াল পাঁচালী গায়ক হিচাপে দুৰ্গাবৰে মনসাৰ গীত আৰু ৰামায়ণৰ গীত ৰচনা কৰি তাক সম্ভৱত পৰিৱেশন কৰিছিল। কোচৰজা বিশ্বসিংহৰ ৰাজত্বকালতে তেওঁ কামাখ্যাত থাকি পদ্মাপুৰাণৰ গীত-পদ ৰচনা আৰু পৰিৱেশন কৰিছিল। দুৰ্গাবৰৰ পদ্মাপুৰাণ আৰু ৰামায়ণত উল্লেখ থকা ৰাগসমূহ হ'ল— অহিৰ, আকাশ মণ্ডলি, কম্বাৰ, সুঞ্জৰি, চালনি, দেৱজিনি, দেৱমোহন, ধনশ্ৰী, পটমঞ্জৰি, শ্ৰীগান্ধাৰী, লঘুপটমঞ্জৰি, বৰাৰি, বসন্ত, বেলোৱাৰ, ভাঠিয়ালি, মঞ্জৰি, ৰামগিৰি, শ্ৰীগন্ধকলি, মাৰোৱাৰ, মালচি, সুহাই, মেঘমণ্ডল আৰু ভৈৰৱী। দুৰ্গাবৰৰ পদ্মা পুৰাণৰ গায়ন আৰু কথকতা ৰীতি এতিয়াও কামাখ্যা আৰু শুৱালকুছিত প্ৰচলিত আছে।

লগতে চাওঁক - **বাহুবল শিকদাৰ**

## দুৰ্গেশ্বৰ শৰ্মা

লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ'ত এইজন খনিকৰৰ বিষয়ে জানিব পৰা যায়। ঘৰ লক্ষীমপুৰত (বৰ্তমান লখিমপুৰ)। দুৰ্গেশ্বৰ শৰ্মা সেই সময়ত খনিকৰ বিদ্যাৰ এগৰাকী নিপুণ শিল্পী আছিল। বেজবৰুৱাদেৱৰ ভাষাত "শৰ্মাদেৱে প্ৰতিমা গঢ়ি তোলাৰ প্ৰত্যেক কাৰ্যৰ অংশতে কৌতূহলৰ চকু পৰিছিল। ধল, হেঙুল, হাইতালৰ বৰণ পিহা সনা কাৰ্যই প্ৰতিমাৰ গা, হাত-ভৰি, মুখ উজ্বল কৰাৰ লগে লগে মোৰো মন উজ্বল কৰি তুলিছিল।" সেই সময়ত শৰ্মাদেৱৰ প্ৰতিমা গঢ়াৰ এক ব্যৱসায়িক প্ৰতিষ্ঠান আছিল। এইজনা খনিকৰৰ শৈল্পিক কাৰ্য তথা জীৱন পঞ্জীৰ সঠিক তথ্য সম্প্ৰতি পোৱা নাযায়।

## ধৱল আতৈ

শ্ৰীশ্ৰীবটদ্ৰৱা থানৰ এজনা গৰুড় মূৰ্তিৰ স্মাৰক লিপিত এইবুলি আছে- 'শ্ৰীবৰদোৱা থান'ৰ গৰুড় ভকত ধৱল আতৈএ সাজিলে (শক-১৭৫৫)।"

## নাথান ব্ৰাউন (১৮০৭ - ১৮৮৬)

জন্ম আমেৰিকা যুক্তৰাষ্ট্ৰত। পিতৃ বেটচি গল্ডস্মিথ ব্ৰাউন। কুৰি বছৰ বয়সত স্নাতক হৈ কিছুদিন শিক্ষকতা কৰি বেপ্টিষ্ট মিছনাৰীৰূপে ১৮৩৩ খ্ৰীষ্টাব্দত বাৰ্মাৰ মৌলমেন পায়। তাৰ পাছত ১৮৩৫ খ্ৰীষ্টাব্দত ওলিভাৰ টি কাটাৰৰ সৈতে সপৰিয়ালে শদিয়ালৈ আহে আৰু ১৮৩৭ খ্ৰীষ্টাব্দৰ পৰা বাইবেল অসমীয়ালৈ ভাঙনি কৰাৰ কামত লাগে। ১৮৪৬ খ্ৰীষ্টাব্দৰ পৰা কাটাৰৰ লগত লগ হৈ 'অৰুণোদই' কাকত উলিয়াই অসমীয়া সাহিত্য সংস্কৃতিত এক নতুন যুগৰ সূচনা কৰে। ব্ৰাউনে অৰুণোদইৰ নক্সা আদি কটা খনিকৰৰ কামো কৰিছিল। 'অৰুণোদই'ৰ নক্সা কটা কামৰ শিল্পী-তুলেশ্বৰ, জৰ্জ বক্সি, ভোগাই আদিৰ নামো ল'ব পাৰি।

## শ্ৰীশ্ৰীনাৰায়ণ দাস ঠাকুৰ আতা (১৪৯৫ - ১৫৯০)

ঠাকুৰ আতা শ্ৰীমন্ত শংকৰদেৱৰ তাঁতীকুছি অঞ্চলৰ প্ৰথম আৰু প্ৰিয়তম শিষ্য আৰু মহাপুৰুষ মাধৱদেৱৰ পৰম সুহৃদ আৰু বিশ্বস্ত সহযোগী আছিল। এওঁৰ জন্মস্থান উত্তৰ গুৱাহাটী অঞ্চলৰ মালবই নামৰ এখন গাঁও। এই ঠাইত ১৪১৭ শকৰ মাঘ মাহৰ শুক্লা একাদশী তিথিত ঠাকুৰ আতাই জন্মগ্ৰহণ কৰে। তেওঁৰ পিতৃৰ নাম ধৰ্ম আৰু মাতৃ হৈছে হৰিপ্ৰিয়া। সৰুতে পিতৃ-মাতৃ হাৰা হোৱা ঠাকুৰ আতাই খুৰাক চৈতন্য আতৈৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হয়। যথাসময়ত তেওঁ বাৰাবাসী নামৰ ছোৱালী এজনীৰ লগত বিবাহ সম্পন্ন হয়। শংকৰদেৱৰ ওচৰত চুণপোৰাত (কোনো কোনোৰ মতে চিনপৰা ভিঠি) শৰণ লয় আৰু গুৰুজনাৰ এক প্ৰধান শিষ্য হৈ পৰে।

মহাৰাজ নৰনাৰায়ণক উপঢৌকন স্বৰূপে শংকৰদেৱে দিয়া বৃন্দাবনী বস্ত্ৰখনৰ অন্যতম নিৰীক্ষক আছিল ঠাকুৰ আতা। এই বস্ত্ৰখনক ভগৱান শ্ৰীকৃষ্ণৰ লীলা প্ৰদৰ্শক 'চিত্ৰ-বস্ত্ৰ' বুলিবও পাৰি। ইয়াত শ্ৰীকৃষ্ণৰ জন্মৰে পৰা কংশ বধলৈ ঘটা ঘটনাৱলীৰ বা মথুৰা-বৃন্দাবনৰ লীলা-মালা নানা বৰণীয়া সূতাৰে ফুল তুলি দেখুৱা হৈছিল। ই দীঘলে ছয়কুৰি হাত আৰু পুতলে তিনিকুৰি হাত আছিল। গোপাল আতাৰ তত্ত্বাৱধানত হোৱা এই কামত ঠাকুৰ আতাইয়ো পাৰ্যমানে সহায় কৰিছিল। উল্লেখ্য যে এগৰাকী সুদক্ষ সংগীত শিল্পী হোৱাৰ লগতে তেওঁ বয়ন শিল্পতো দক্ষতা প্ৰদৰ্শন কৰিছিল।

মহাপুৰুষ শংকৰদেৱে শেষৰবাৰ বেহাৰ যাত্ৰা কৰিবলৈ ওলালত নাৰায়ণ দাসে এখন ডাঙৰ নাও যোগাৰ কৰি তাত গুৰুজনৰ শয়ন-ভোজনৰ স্থানৰ বাদেও বন্তি জ্বলোৱা, পুথি শাস্ত্ৰ ৰখা, কাঠ খৰি আৰু চাউল-পাত থোৱা, চাউল সিজোৱা আদি ঠাই নিৰ্দ্ধাৰণ কৰি বয়বস্তুবোৰ বিধে বিধে পৰিপাটিকৈ থলে। নাৰায়ণ দাসৰ এই শৃংখলাবদ্ধতা আৰু উদ্ভাৱনী শক্তিৰ বাবে শংকৰদেৱে

তেওঁক 'ঠাকুৰ' উপাধি প্ৰদান কৰে। পাছলৈ 'আতা' শ্ৰেণীলৈ উন্নীত হোৱাত ভক্ত সমাজে তেওঁক নাৰায়ণ দাস ঠাকুৰ নামে অভিহিত কৰে। উল্লেখ্য যে ধৰ্ম প্ৰচাৰত আতাই ফকৰা-যোজনা ব্যাপকভাৱে ব্যৱহাৰ কৰিছিল। ৯৫ বছৰ বয়সত তেওঁ জনিয়াত মৃত্যুবৰণ কৰে।

## সুকবি নাৰায়ণদেৱ

সুকবি নাৰায়ণদেৱ দৰং দেশৰ ৰজাৰ সভাপণ্ডিত গায়ক আৰু কবি আছিল। এওঁ পদ্মা পুৰাণৰ 'লক্ষীন্দাৰ-বেউলা' আখ্যানৰ ৰচক আৰু গায়ক। নাৰায়ণদেৱৰ ৰচিত গীতি কাব্যৰ ৰসত আপ্লুত হৈ ৰজাই এওঁক 'সুকবি' উপাধিৰে ভূষিত কৰে। তেওঁৰ ৰচিত কাব্য সাধাৰণতে সুকন্নানী নামে জনাজাত। এওঁৰ ৰচিত গীত-কাব্যত যি এক ৰস-মাধুৰ্য সংমিশ্ৰিত হৈ আছে তাক শ্ৰোতাই কেৱল সুকন্নানী গোৱা ওজাৰ দ্বাৰা পৰিৱেশিত গীততহে উপলব্ধি কৰিব পাৰিব। নাৰায়ণদেৱ নিজে এগৰাকী গায়ক আছিল বাবে তেওঁৰ গীতত এই মাধুৰ্য গভীৰভাৱে সোমাই আছে। প্ৰতিখণ্ড পদৰ পূৰ্বে সুশ্ৰাব্য দিহা সম্বলিত। তেওঁৰ কাব্যৰ আৰু এটি বিশেষত্ব যে প্ৰত্যেক দিহা বৈষ্ণৱ ভাৱযুক্ত অথচ পিচৰ পদ শক্তিৰ মহাত্ম্যমূলক।

সুকবি নাৰায়ণদেৱৰ ৰচিত এফাঁকি পদৰ পৰা প্ৰমাণ হয় যে এই পুথিখনি ৰচনাৰ কালত মুছলমানে অসম আক্ৰমণ কৰিছিল আৰু আক্ৰমণ প্ৰতিৰোধ কৰিবলৈ প্ৰেৰণা দিয়াৰ উদ্দেশ্যে এই পদ ফাঁকি তাত প্ৰয়োগ কৰা হৈছিল। পদফাঁকি হ'ল—

'ৰণৰে ৰণ জিনি দুৰুগা ঐ
বঙাল বধিবলৈ যায়।'

মাৰৈ পূজাৰ শেষদিনা দিনত যেতিয়া দেওধনী নাচে, তেতিয়া দেওধনীয়ে হাতত এখন তৰোৱাল লৈ নৃত্য কৰে আৰু ওজাই উল্লিখিত

পদফাকি গায়। জনা যায় যে দৰঙ্গী ৰজা ধৰ্মনাৰায়ণ আৰু চন্দ্ৰনাৰায়ণৰ দিনত মুছলমানে অসম আক্ৰমণ কৰিছিল। সেই সময়ত সুকবি নাৰায়ণদেৱে পদ্মা পুৰাণৰ পদ দৰঙ্গী ৰজাৰ ৰাজসভাত ৰচনা কৰিছিল। ঘটনাক্ৰমৰ ফালে লক্ষ্য কৰি অনুমান কৰিব পাৰি যে ষষ্ঠদশ শতিকাৰ শেষৰফালে তেওঁ 'সুকন্নানী' পুথি ৰচনা কৰিছিল।

## নাড়ী বুঢ়া

বোকাখাতৰ বুধবাৰী গাঁৱখন বাঁহ শিল্পৰ বাবে প্ৰখ্যাত। প্ৰায় ১৯০০ খ্ৰীষ্টাব্দ মানতে নাড়ী বুঢ়া নামে খ্যাত এগৰাকী শিল্পীয়ে এই গাঁৱত 'পল' শিল্পৰ বিকাশ ঘটায়। এই শিল্পীগৰাকী প্ৰায় এশ বছৰ জীয়াই আছিল। তেওঁৰ পৰা পৰৱৰ্তী সময়ত বুধবাৰী গাঁৱৰ হেমধৰ বৰা, খৰ্গেশ্বৰ বৰাই পল সজা কাম শিকিছিল।

## নিংনি ভাওৰা

নামনি অসম তথা সমগ্ৰ অসমত কিংবদন্তীলৈ ৰূপান্তৰিত হোৱা নিংনি ভাউৰাৰ জন্ম বৰপেটাত (আনুমানিক ১৮৩৫ - ১৯১৫)। পিতৃ লক্ষ্মণা ওজাৰ বংশৰ আনন্দি। ১৯ শতিকাৰ শ্ৰেষ্ঠতম ভাৱৰীয়া। কৌতুক অভিনয় কৰাৰ উপৰিও অনেক ধেমেলিয়া গীতো মুখে মুখে ৰচনা কৰিছিল। ভালেমান সাঁথৰ আৰু ফকৰা যোজনাৰো তেওঁ স্ৰষ্টা।

## নুৰশ্বাহ

যোড়শ শতিকাৰ আগভাগত কামৰূপত নুৰশ্বাহ নাগৰ এগৰাকী ৰাণীয়ে কামৰূপ শাসন কৰিছিল। সেই সময়ত শিখ গুৰু নানক কিছু সংখ্যক লোক লগত লৈ 'কামৰূপ'লৈ আহে। সেই সময়ত কামৰূপৰ তিৰোতা মায়াবিদ্যাৰ কাৰণে প্ৰখ্যাত আছিল। নুৰশ্বাহে তেতিয়া নানকক ভুলাবৰ বাবে মন্ত্ৰ মাতিলে। গুৰুনানকে আধ্যাত্মিক কবিতা পাঠ কৰিলে। মন্ত্ৰই গুণ নিদিলে। তেতিয়া নুৰশ্বাহে আন তিৰোতা সহিতে বিভিন্ন অংগী-ভংগীৰে নাচি নানকৰ মন আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে যদিও পুনৰ বিফল হ'ল। অৱশেষত নুৰশ্বাহে নানকৰ শিষ্যত্ব গ্ৰহণ কৰে।

## শ্ৰীশ্ৰীপদ্ম আতা

শ্ৰীমন্ত শংকৰদেৱে পাটবাউসী থানৰ পৰা বেহাৰ ৰাজ্যলৈ শেষ যাত্ৰা কৰোতে মাধৱদেৱৰ জীৱনৰ শেষ বেলাত ভেলা ডোৱাৰ থানত সুযোগ্য শিষ্য স্বৰূপে শ্ৰীশ্ৰীপদ্ম আতাক পাই তেওঁক অভেদ আত্মা জ্ঞান কৰি ধৰ্মাচাৰ্য পাতি উজনি ৰাজ্যলৈ পঠিয়াইছিল। পৰৱৰ্তীকালত তেওঁ বদলা আতা নামে অভিহিত হৈছিল। এওঁ 'বদুলা আতা' নামেও প্ৰখ্যাত। এওঁৰ জন্ম হয় বৰ্তমান লক্ষীমপুৰ (লখিমপুৰ) জিলাৰ দক্ষিণ পশ্চিমে অৱস্থিত বৰ নাৰায়ণপুৰ অঞ্চলৰ সক্ৰাহি নামৰ গাঁওখনত। এওঁৰ পিতৃৰ নাম আছিল চোমদাৰ। কথিত আছে যে গাৰ বৰণ পদুম ফুলৰ দৰে বগা আছিল বাবে নাম পদ্ম ৰখা হৈছিল। তেওঁ সৰুৰে পৰা স্বাস্থ্যৱান, পৰিশ্ৰমী আৰু বুদ্ধিমান আছিল। তেওঁৰ জন্ম শক সম্বন্ধে আজিলৈকে চৰিত-পুথি আদিত কোনো সম্ভেদ পোৱা নাযায়।

পদ্ম আতা সৰুৰে পৰা কৃষ্ণভক্ত আছিল আৰু মাজে সময়ে কৰতাল

বজাই গাঁৱে ভূঞে দেহ বিচাৰৰ গীত-পদ গাই ফুৰিছিল। তেওঁ গীত-পদৰ নামত বলিয়া আছিল। সেই সময়ত ঘৰৰ ওচৰতে ৰামৰমীয়া বৰাগীৰ দল এটি পাই তেওঁ তাৰে দলভুক্ত হয়। তেওঁৰ অনিচ্ছাসত্ত্বেও সূৰ্যৰতী নামৰ এগৰাকী যুৱতীৰ লগত বিবাহত বহিব লগা হ'ল। কিন্তু তেওঁৰ পত্নীয়ে সংসাৰৰ কোনো সুখ লভিবলৈ সক্ষম নহ'ল। পদ্ম আতাই গৃহত্যাগ কৰি ধৰ্মপ্ৰচাৰত লাগিল। মাধৱদেৱৰ ওচৰত ধৰ্ম-দীক্ষা লাভ কৰে।

তেওঁ ধৰ্মৰ অধিকাৰী হোৱাৰ পিছত অসমৰ কেইবাখনো থান-সত্ৰ দৰ্শন চানেকি দেখুৱাব সক্ষম হৈছে।

## পদ্মপ্ৰিয়া মহন্ত

অসমীয়া গীতি সাহিত্যলৈ মহত্ত্বম অৱদান আগবঢ়োৱা শিল্পীসকলৰ ভিতৰত বোকাখাতৰ মহিলা শিল্পী-সাহিত্যিক পদ্মপ্ৰিয়া অন্যতম। যোল্ল শতিকাৰ এই মহিলা গৰাকীৰ জন্ম বোকাখাত মহকুমাৰ পানী দিহিঙীয়া গাঁৱত অৱস্থিত কালজাৰ কলা-কটা সত্ৰত। এওঁৰ পিতৃ আছিল উক্ত সত্ৰৰ ভৱানীপুৰীয়া বৈষ্ণৱ গীতিকবি গোপাল আতা। পদ্মপ্ৰিয়া মহন্তই নিজে গীত ৰচনা কৰি সুৰ দি গায়িকা হিচাপে শ্ৰোতাক মুগ্ধ কৰিছিল। তলত পদ্মপ্ৰিয়াৰ এটা জনপ্ৰিয় গীতৰ কিয়দাংশ উল্লেখ কৰা হ'ল—

"শ্ৰীমন্ত শংকৰ      শ্ৰীমন্ত মাধৱ
শ্ৰীমন্ত গোপালদেৱ
অৰুণ উপাম      সুচান্ত বয়ন
কৰে সকলোকে সেৱ।
কামেশ্বৰ লালা      শ্ৰীমন্ত গোপাল
ধৰ্ম প্ৰকাশিলা দেৱ।

অসম ৰাজ্যৰ যʼত মহাজন
পাৰে পৰি কৰে সেৱ।”

পদ্মপ্রিয়া অতি গুণৱতী, ৰূপৱতী, যশস্বিনী আৰু কোকিলকণ্ঠী আছিল। যি সময়ত স্ত্রীশিক্ষাৰ সূচনা হোৱা নাছিল সেই সময়ত এইগৰাকী শিল্পীয়ে সাঁচিপাতত গীত লিখি যুগলৈ অৱদান দি গৈছে। পদ্মপ্রিয়া আইৰ প্ৰথম গীত ‘গুৰুপদ নতুলিবি মন তই’ ষোড়শ শতাব্দীৰ শেষ দশকৰ প্ৰথম ছোৱাত ৰচিত বুলি অনুমান কৰা হৈছে।

## পৰশু ওজা

মাৰৈ গোৱা ওজা। দৰঙৰ মাৰৈ গাঁওৰ বিখ্যাত এইজনা ওজা মুছলমান সম্প্ৰদায়ৰ আছিল। তেওঁৰ বংশ পৰিয়াল আজিও সেই গাঁওতে আছে। এই পৰশু ওজা দৰঙী ৰজাৰ ৰজাঘৰীয়া ওজা আছিল। মাৰৈৰ পৰশু ওজাৰ দৰে অতীতৰ ওজাসকলৰ ভিতৰত বিয়াহপাৰাৰ লয়নু, পেলনু, সুন্দৰ আৰু আঘণু এই চাৰিজনা ওজাৰ নাম বিখ্যাত।

## পৰ্বতীয়া কৃষ্ণা আতৈ

চাওঁক - **বিভীষণ আতৈ**

## পুৰুষোত্তম ঠাকুৰ (১৫৫৭-?)

শ্ৰীমন্ত শংকৰদেৱৰ বৰনাতি। শ্ৰীমন্ত শংকৰৰ বৰপুত্ৰ ৰামানন্দ ঠাকুৰৰ বৰপুত্ৰ। ১৫৬১ খ্ৰীষ্টাব্দত বৰপেটাৰ পাটবাউসীত সিন্ধুমতীৰ গৰ্ভত তেওঁৰ জন্ম হয়। ককাক শংকৰদেৱৰ কোলাত ওমলাৰ সৌভাগ্য হোৱা এইজনা

ব্যক্তিয়ে ককাক আৰু পিতৃৰ মৃত্যুৰ পিছত মাক সমতি আৰু বুঢ়ীমাক কালিন্দী আইৰ তত্ত্বাৱধানত ডাঙৰ দীঘল হয়। তেওঁৰ শিক্ষাৰ ভাৰ লৈছিল স্বয়ং মাধৱদেৱে।

গদ্যৰ উপৰিও পুৰুষোত্তম ঠাকুৰে কুৰিটামান গীত ৰচনা কৰিছিল। ভূপালী, বসন্ত, বেলোৱাৰ, ভটিয়ালী আদি ৰাগ সমৃদ্ধ গীতবোৰে তেওঁৰ সাংগিতীক প্ৰতিভাৰ নমুনা দাঙি ধৰিছে। সম্ভৱত তেওঁ এগৰাকী সুদক্ষ গায়কো আছিল। তেওঁৰ 'ন-ঘোষা' এখনি মূল্যবান গ্ৰন্থ।

## ফৰ্মুদ আলি

এওঁৰ ঘৰ যোৰহাটত। অসম দেশ কেনেকৈ স্বাধীন হয়, তাৰে আশা ফৰ্মুদ আলিয়ে মনত পুহিছিল আৰু কন্দৰ্পেশ্বৰ সিংহক ইংৰাজৰ বিৰুদ্ধে বিদ্ৰোহত সহায় কৰিছিল। ১৮৫৭ খ্ৰীষ্টাব্দৰ চিপাহী বিদ্ৰোহত ইংৰাজে ফৰ্মুদ আলিকো আটক কৰিছিল। অৱশ্যে পাছলৈ এওঁক মুকলি কৰি দিয়া হয়। এওঁ ভাল সঙ্গীতজ্ঞ আৰু বেহেলাবাদক আছিল কাৰণেই ৰজা কন্দৰ্পেশ্বৰ সিংহৰ ৰজাঘৰীয়া বায়নৰ ওপৰত ওজা পাতিছিল। ফৰ্মুদ আলিয়ে কুঁৱৰী সকলক সংগীত শিকাইছিল।

## বগাই কমাৰ

বোকাখাত অঞ্চলৰ কমাৰগাঁওৰ প্ৰসিদ্ধ কমাৰ। জন্মৰ সঠিক চন জানিব পৰা নাযায়। আহোম ৰাজত্বকালত এই কমাৰগাঁৱতে কমাৰ শিল্পই এক স্বকীয় স্থান দখল কৰিছিল। ৰজাৰ পৃষ্ঠপোষকতাত এই গাঁৱৰ শিল্পী সকলে যুদ্ধ-বিগ্ৰহৰ অস্ত্ৰ-শস্ত্ৰও নিৰ্মাণ কৰিছিল। কৰঙাৰ পৰা অহা বগাই

কমাৰে ইয়াৰে কমাৰ শিল্পত জড়িত হৈ পৰিছিল। তেখেতে গঢ়া এখন ‘বলিকটা দা’ (পুৰণি) কমাৰ গাঁৱৰ ‘শ্ৰীলক্ষ্মীনাৰায়ণ ভুৱনেশ্বৰী মন্দিৰত’ সংৰক্ষিত হৈ আছে। দা খনত লিখা আছে ‘বগাই কমাৰ নাহৰৰ এঙাৰ’।

## বনমালী (শইকীয়া) ওজা

গৌৰীনাথ সিংহৰ দিনলৈকে (খ্ৰীঃ ১৭৯৬) অসমত লো-শলীয়া মানুহৰ হতুৱাই দা-তৰোৱাল, হিলৈ-তোপ, খাৰ-গুলি আদি কৰোৱা হৈছিল। কিন্তু মোৱামৰীয়া বিদ্ৰোহৰ পাছৰে পৰা এই কমাৰ শিল্পীসকলৰ গঢ়া-পিতা কাম কমি আহিবলৈ ধৰে। ১৮৩৭ খ্ৰীষ্টাব্দত শিৱসাগৰ জিলাত ৪০ ঘৰমান পৰিয়ালতহে কমাৰ শিল্পৰ পৰম্পৰা বৰ্তি আছিল। এই শিল্পীসকলে সৰু হাতনলীয়া হিলৈ, ৰামচাঙ্গী, পহলঙ্গী, গঠীয়া জমুৰ, মিঠাহোলোং তোপ, বাঘমূৰা, টুবুকী বৰতোপ, হাতীমূৰীয়া তোপ আদি নিৰ্মাণ কৰিছিল। এইবোৰৰ উপৰিও বাঘমৰা, চৰাইমৰা, মানুহমুখীয়া, নেজনথকা সৰু তোপ আৰু যঁতৰি লোগোৱা বৰতোপ আদি নিৰ্মাণতো এইসকল কমাৰ সুদক্ষ আছিল। ৰাজেশ্বৰ সিংহৰ দিনত গুৱাহাটীৰ বহিখোৱা বৰফুকনে ৰজালৈ এটা বৰতোপ পঠাইছিল। আহোম ৰজাসকলৰ বৰতোপৰ ভিতৰত সেইটোৱেই আটাইতকৈ ডাঙৰ। বনমালী (শইকীয়া) ওজা নামৰ এগৰাকী শিল্পীয়ে নশ ন কুৰি ওজা লগত লৈ লেখজোখ নোহোৱা পালী লৈ ইকৰা খৰিৰ ছাইৰে এই বৰতোপটো সাজিছিল। ই দীঘে বাৰ হাত আৰু গুৰিৰ ফালৰ মেৰটো প্ৰায় চাৰি হাত। এই বৰতোপটো মাৰোতে তাৰ শব্দত মানুহৰ কাণ ফাটি গৈছিল। এই বৰতোপটো মাৰিবলৈ সেয়েহে হিলৈদাৰীয়ে গাতৰ ভিতৰত সোমাই লৈছিল। এবাৰ ৰংপুৰ নগৰত এই বৰতোপৰ গুলীয়ে সোণাৰী নৈৰ বাহৰত (বৰ্তমান দিখৌ মুখৰ ভাটীয়ে) পানী আনিবলৈ যোৱা এজনী গৰ্ভৱতী তিৰোতাৰ ভুৰু উলিয়াই

দিয়ে। তেতিয়াৰ পৰা বহিখোৱা বৰফুকনৰ বৰতোপ ক্ৰমে অব্যৱহৃত হৈ পৰে।

## বৰ যদুমণিদেৱ

ভৱানীপুৰীয়া গোপালদেৱৰ অন্যতম শিষ্য বৰযদুমণিদেৱে অসমীয়া সাহিত্য-সংস্কৃতিলৈ আগবঢ়োৱা অৱদানে তেওঁক মহান কৰি ৰাখিছে। যদুমণিয়ে গীত, ঘোষা, নাট আদি ৰচনাৰে শংকৰী কলা-কৃষ্টিক চহকী কৰি থৈ গৈছে। বাৰ বছৰ বয়সত ভৱানীপুৰত বৰ যদুমণিয়ে (এওঁক হেঙুলীয়া বা হিঙুলীয়া যদুমণি বুলিও কোৱা হয়) গোপালদেৱৰ লগত আছিল। গোপালদেৱৰ মৃত্যুৰ পাছত উজাই আহি গাংমৌ থান পায় আৰু তাতে বাঁহবাৰী বা বাংশবাৰীত সত্ৰ পাতি ধৰ্ম প্ৰচাৰ কৰিবলৈ লয়। ১৫৫৩ শকৰ ফাগুণ মাহৰ শুক্লাচতুৰ্দশী তিথিত উত্তৰ লক্ষীমপুৰৰ (লখিমপুৰ) কন্দলী পুখুৰী নামৰ ঠাইত বৰ যদুমণিয়ে দেহত্যাগ কৰে।

বৰ যদুমণিদেৱে প্ৰায় বাৰ কুৰি গীত ৰচনা কৰিছিল। ৰাগ প্ৰয়োগত সুদক্ষ এইজনা শিল্পীৰ সংগীত জ্ঞান স্পষ্ট আৰু যে গভীৰ আছিল তাৰ নমুনা তেওঁৰ গীতবোৰত পোৱা যায়—

“শ্যাম গোপাল শ্যাম গোপাল<br>
ভকত বৎসল প্ৰভু দীনদয়াল<br>
নিজ নিৰঞ্জন আত্মা ৰাম<br>
কোটি কলপ পূৰণ কাম।”

গুৰু দুজনাৰ বৰগীতসমূহৰ সাঁচত ৰচিত এই গীতবোৰত কাব্যিক সুষমাও উচ্চ পৰ্যায়ৰ। গীতৰ উপৰিও যদুমণিদেৱে ‘ফল্গুযাত্ৰা’ নাট ৰচনা কৰিছিল।

## বলিনাৰায়ণ (১৬১৪ - ১৬৩৭)

কোঁচ ৰজা বলিনাৰায়ণৰ আন এক নাম আছিল ধৰ্মনাৰায়ণ। মহাকবি ৰাম সৰস্বতী, স্মৃতিশাস্ত্ৰবিশাৰদ পণ্ডিত পীতাম্বৰ সিদ্ধান্তবাগীশ, জ্যোতিষী পণ্ডিত সাগৰখড়ি, সঙ্গীতাচাৰ্য সৰ্বানন্দ ব্যাসকলা, সূৰ্যখেড়ি দৈৱজ্ঞ আদিয়ে তেওঁৰ ৰাজসভাৰ উজ্বল ৰত্ন আছিল। ৰজা বলিনাৰায়ণে নিজেও সঙ্গীত, কাব্য আদি চৰ্চা কৰিছিল। মঙ্গলদৈ চহৰৰ দুমাইল উত্তৰ পশ্চিমে থকা হাউলি মোহনপুৰ নামৰ ঠাইত তেওঁৰ ৰাজধানী আছিল। বলিনাৰায়ণৰ দিনৰ পৰাই ওজাপালি গীতে ৰাজপৃষ্ঠপোষকতাত অধিক বিকাশ লাভ কৰে।

## বামুণা আৰু গঙ্গা

আজিৰ পৰা প্ৰায় ডেৰশ বছৰ আগতে বৰ্তমানৰ দৰং জিলাত বামুণা আৰু গঙ্গা নামৰ দুগৰাকী প্ৰসিদ্ধ ব্যাস গোৱা ওজা আছিল। বামুনা আছিল নাকীসুৰীয়া মিহি মাতৰ আৰু গঙ্গা আছিল গলগলীয়া মাতৰ। একে বিধৰ ৰাগকে দুয়ো দুই ৰকমে টানিব পাৰিছিল। বামুণাৰ পৰাই ক্ৰমে কিনা, হৰো, ধাতুৰাম আদি বিখ্যাত ওজাসকলে শিক্ষা লাভ কৰিছিল। তেনেকৈ গঙ্গাৰ পৰা ক্ৰমে তাৰক, ৰংধৰ আৰু দুৰ্গেশ্বৰ ওজাই শিক্ষা লাভ কৰিছিল।

## বাসুদেৱ পাঠক

মথুৰাদাস বুঢ়া আতাই বৰপেটা সত্ৰত চৈধ্য প্ৰসঙ্গৰ নিয়মসমূহ কাৰ্যকৰী কৰাৰ পৰিকল্পনাৰে এনে কিছুমান কাম হাতত লৈছিল যাৰ ফলত সৰ্বসাধাৰণ মানুহৰ মন সত্ৰৰ ফালে ধাৱিত হ'বলৈ ধৰে। গুৰুদেৱৰ ঐকান্তিক সেৱক শিল্পী বুঢ়া আতাই বাসুদেৱ পাঠক, কজলা মাজি আদি লোকৰ দ্বাৰা ৰাগ তালমান যুক্ত

গীত, বৰগীত, ভটিমা আদি গোৱাবলৈ ধৰিলে। ধোপৰগুৰি সত্ৰৰ পৰা লক্ষ্মীকান্ত আতৈৰ লগত বাসুদেৱ পাঠক বৰপেটা সত্ৰলৈ আহে আৰু বুঢ়া আতাৰ মৰম চেনেহ লাভ কৰি শেষত এজন বিখ্যাত পাঠক হৈ উঠে। এসময়ত বুঢ়া আতাই নাৱেৰে গো-মূৰা সত্ৰৰফালে যোৱাৰ বাটত বেলবাৰী গাঁওৰ ওচৰত খেতিপথাৰত গীত গাই ধানকাটি থকা অৱস্থাত কাজলা মাজি নামৰ মানুহ এজনক লগ পায়। তেওঁৰ মাতটো বৰ মিঠা আৰু গোৱা গীতবোৰ আছিল ৰাগ-তাল যুক্ত। বুঢ়া আতাই কজলা মাজিক বৰপেটালৈ লৈ আহে আৰু আতাৰ মৰম স্নেহত এজন ভাল সূত্ৰধাৰ হৈ পৰে। বদলা আতাৰ দিহাত পাছলৈ বাসুদেৱ পাঠক আৰু কাজলাক ঘৰ সংসাৰ কৰি দিয়া হয়।

## বাহাদুৰ গাঁওবুঢ়া

প্ৰকৃত নাম আছিল বাহদ্বিল। কিন্তু সকলোৱে এওঁক বাহাদুৰ নামেৰে জানিছিল। এওঁ ৰজাঘৰৰ 'আখৰ কটা' বৰুৱা আছিল। এওঁ হাতীদাঁতৰ কাম কৰা এজন নিপুণ শিল্পী আছিল। বাহাদুৰ গাঁওবুঢ়াই হাতীদাঁতৰ ফণী, সঁফুৰা, পাটি আদি কৰিছিল, ৰজাৰ মোহৰত চাব মাৰিছিল। এওঁৰ আতায়েক দিল গাঁওবুঢ়া ভাটী ফালৰ পৰা আহি যোৰহাটত নিগাজিকৈ বহে। সম্ভৱত এওঁলোক শিল্পবৃত্তি পৰম্পৰাগতভাৱে পৰিয়ালৰ আদিৰ পৰা চলি আহিছিল।

বাহাদুৰ গাঁওবুঢ়াই অসমৰ স্বাধীনতাৰ বাবে ১৮৫৭ খ্ৰীষ্টাব্দৰ বিদ্ৰোহত অংশগ্ৰহণ কৰিছিল। মণিৰাম দেৱানে এই স্বাধীন-চিতীয়া অসমীয়া মুছলমানজনক লগত লৈছিল। বৃটিছে এই অপৰাধত এওঁকো যাৱজ্জীৱন নিৰ্বাসন দিয়ে। এওঁৰ বৰপুতেক মণিৰুদ্দিনে দুতিৰাম বৰুৱাৰ বৰ পুতেক প্ৰিয়লাল বৰুৱাৰে লগ লাগি আপীল কৰি ১৮৬৩ খ্ৰীষ্টাব্দত তেওঁক কলীয়াপানীৰ পৰা মুক্ত কৰাই আনে।

# বাহুবল শিকদাৰ

কোচ ৰজা বিশ্বসিংহৰ ৰাজত্বকালৰ সময়ত বাহুবল শিকদাৰ নামৰ এজন ৰাজ বিষয়াৰ কথা জানিব পাৰি। এওঁৰ পৃষ্ঠপোষকতাত কবি দুৰ্গাবৰে পদ্মা পুৰাণৰ গীত ৰচনা কৰিছিল। বাহুবল শিকদাৰ এগৰাকী নৃত্য-গীত পটু গন্ধৰ্ব অৱতাৰ সদৃশ কবি আছিল।

লগতে চাওঁক - **দুৰ্গাবৰ**

# বিজয় খনিকৰ

বৰপেটা সত্ৰত পোৱা ৰমাকান্ত দ্বিজৰ 'বনমালীদেৱ চৰিত'খনৰ বিভিন্ন চিত্ৰৰ শিল্পী। মনোগ্ৰাহী এই চৰিতখনত শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ, বনমালীদেৱ, চৈতন্যদেৱ, ৰজা চক্ৰধ্বজ সিংহ প্ৰমুখ্যে ইতিহাস-প্ৰসিদ্ধ লোকসকলৰ চিত্ৰাঙ্কণ কৰাৰ প্ৰয়াস কৰিছে এই খনিকৰজনে। অৱশ্যে চিত্ৰবোৰত ব্যক্তিচিত্ৰণৰ বাস্তৱতা দেখা পোৱা নাযায় বুলি অভিমত ব্যক্ত কৰা হৈছে। শিল্পীৰ বিতং পৰিচয় আদি পোৱা সম্ভৱ নহয়।

# বিভীষণ আতৈ

বৰপেটা সত্ৰৰ প্ৰথম কীৰ্তন ঘৰ নিৰ্মাণ কৰা কাৰিকৰ সকলৰ ভিতৰত অন্যতম বিভীষণ আতৈ। মাধৱদেৱে কীৰ্তন ঘৰ নিৰ্মাণ কৰাৰ মনস্থ কৰাত বজালী পৰগণাৰ তেওঁৰ সম্পৰ্কীয় মোমায়েক এজনৰ ঘৰৰ বাঁহ অনালে। এই কামৰ বাবে দক্ষিণৰ পৰ্বতীয়া কৃষ্ণ আতৈ, ৰাম কাৰিকৰকো কামত লগোৱা হ'ল। বাঁহৰ পৰা এওঁলোকে কামি উলিয়াই ৰঙা ৰঙেৰে বোলালে। ঘৰত কুদ্ৰাক্ষৰ জাল কটালে, ৰাঙ্গপতা আৰু বালি-চন্দা মোৰি অটালে। বিভীষণ

আতৈ, পৰ্বতীয়া কৃষ্ণ আতৈ এই দুই কাৰিকৰে পাতদ্বাৰত লতা ফুল কাটিলে। মাধৱদেৱে এই ফুল কটা দেখি ক'লে— "বোলে কি কাটিছাহঁক?" বোলে, বাপ লতা কাটিছো।

তেতিয়া গুৰুজনাই ক'লে— "তোমালোকে লতা কাটা, আমিও লতা কাটি ঈশ্বৰৰ গুণ বৰ্ণাও।" এই বুলি ঘোষা কৰিলে...

"হৰি হৰি হৰি হৰি হৰি
হৰি হৰি হৰি এ..."

ঘোষা শুনি কাৰিকৰ দুয়োজনাই ক'লে— "বাপ আমি যি লতা কাটিলো কাইলৈ ঘূণে খাব, তোম্রা অবিনাশী ব্ৰজৰ লতা গন্থা গ'ল। অনেক জীৱ আতে ধৰিব, পৃথিৱী চন্দ্ৰ সূৰ্য্য থকালৈকে জ্বলি থাকিব।"

## বুঢ়া খাঁ

মহাপুৰুষ শঙ্কৰদেৱৰ পেহাক। নগাঁওৰ বৰদোৱাত শংকৰদেৱে 'চিহ্নযাত্ৰা' কৰাৰ সময়ত বুঢ়া খাঁ জয়ন্ত মাধৱক নটুৱা নাচ শিকিবলৈ শংকৰদেৱে পৰামৰ্শ দিছিল। সেই অনুসৰি এওঁ নটুৱা নাচ শিকি চিহ্নযাত্ৰাত ভাগ লৈছিল।

## বুঢ়াগোপাল

মহাপুৰুষ শংকৰদেৱৰ এগৰাকী প্ৰিয় শিষ্য। গুৰুজনাই বীৰ চিলাৰায়ক উপহাৰ স্বৰূপে দিয়া বৃন্দাবনী বস্ত্ৰত বুঢ়াগোপাল, বাৰেও মৰল আদিয়ে ৰঙা, বগা, কলা, হালধীয়া, সেউজ, কাচনীল, গৌৰশ্যাম ৰঙেৰে

সূতা বণকাই ছকুৰি হাত ঘৰ কৰাইছিল, কাপোৰ ছকুৰি হাত বাটি কৰাইছিল। কংসৰ বন্দীশালত কৃষ্ণৰ জন্মৰে পৰা কংসবধলৈকে সকলো লীলা 'পূতনা স্বৰূপে' চিত্রিত কৰা হ'ল। আখৰ তুলি প্রতি চিত্রৰ নাম দি বুজাই দিয়া হ'ল। এই বৃন্দাবনীয়া বা বৃন্দাবনী বস্ত্রৰ পৰিকল্পনা লোকগীতৰ শ্রীকৃষ্ণই তাঁতীৰ ঘৰলৈ গৈ দিহা দিয়া কাপোৰৰ নক্সাৰ দৰেই মনোৰম। প্রায় ছমাহতকৈ অধিক কালত এই বস্ত্র ওলাল। বুঢ়াগোপাল বা বাৰেও মৰলৰ জীৱন বৃত্তান্ত এতিয়া বিস্মৃতিৰ গৰ্ভত লুপ্ত হৈ গৈছে।

## ভৱকান্ত বৰুৱা

এওঁ মণিৰাম দেৱানৰ তৃতীয় ভাৰ্যাৰ সন্তান তৰুণ ৰাম বৰুৱাৰ পুত্র আছিল। ভৱকান্ত বৰুৱাদেৱ ডিব্রুগড় কাছাৰীৰ এগৰাকী বৰেণ্য আমোলা আছিল। ভৱকান্ত বৰুৱাদেৱে ডিব্রুগড়ত 'প্রহ্লাদ চৰিত্র' থিয়েটাৰৰ আয়োজন কৰিছিল।

## ভাগৱত মিশ্র

এওঁৰ বিষয়ে সবিশেষ জানিব পৰা নাযায়। ডিম্বেশ্বৰ নেওগদেৱে 'নতুন পোহৰত অসমীয়া সাহিত্যৰ বুৰঞ্জীত' লিখিছে— 'ভাগৱত মিশ্র হৰি মিশ্রৰ পুতেক আৰু হৰিদেৱৰ (১৪৯৩-১৫৭১ খ্রীঃ) শিষ্য'। শৰৎ চন্দ্র গোস্বামীদেৱে ভাগৱত মিশ্রৰ বিষয়ে লিখিছে "বজালীত মিশ্র উপাধিধাৰী এঘৰ বামুণ ভূঞা আছিল। এওঁলোকে ডুবি অঞ্চলত ৰাজ্য শাসন কৰিছিল। এওঁলোকৰে বংশৰ হৰিচৰণ মিশ্রই শ্রীহৰিদেৱ মহাপুৰুষৰ শৰণ লৈ বৈষ্ণৱ হয় আৰু এৱে কামৰূপৰ প্রসিদ্ধ হৰিদেৱী সত্র জাগৰা, বালিসত্র, কৈহাটী প্রভৃতিৰ গোঁসাইসকলৰ আদি পুৰুষ। হৰিচৰণ মিশ্রৰ পাঁচ পুত্র। তাৰে তৃতীয়

জনৰ নাম  হৰিমিশ্ৰ। এওঁৰ পুত্ৰ তিনিজন, গোবিন্দ মিশ্ৰ আৰু মুৰাৰি মিশ্ৰ। ৰঘুনাথ মিশ্ৰৰ অপৰ নাম ভাগৱত মিশ্ৰ। গোবিন্দ মিশ্ৰই গীতৰ পদ ৰচনা কৰে। তিনিওজন ভায়েক পণ্ডিত আৰু কবি আছিল।”

ভাগৱত মিশ্ৰই ৰচনা কৰা দুখন পুথি উদ্ধাৰ হৈছে— বিষ্ণু পুৰাণ আৰু সাস্বত তন্ত্ৰ। মিশ্ৰ যে এগৰাকী ভাল গায়কী সত্তাৰ শিল্পী তথা কবি আছিল তাক ধাৰণা কৰা হয় যদিও এই বিষয়ে সঠিক তথ্য পোৱা নাযায়।

## ভিবি কমাৰ

১৮৫৭ খ্ৰীষ্টাব্দৰ চিপাহী বিদ্ৰোহৰ জুইকুৰা অসমতো দপদপকৈ জ্বলি উঠিছিল। মণিৰাম দেৱানে অসমত এই বিপ্লৱৰ পাতনি মেলিছিল আৰু ইয়াত অৰিহণা যোগাবলৈ নগঞা ৰাইজকো প্ৰস্তুত কৰি তোলা হৈছিল। সেই কাম ১৮৫৫-৫৬ খ্ৰীষ্টাব্দৰ পৰাই আৰম্ভ হৈছিল। বগা বঙালক অসমৰ পৰা খেদিবলৈ ৰহাৰ ওচৰত মোলানকটাত ভিবি কমাৰৰ হতুৱাই কমাৰ শাল পতাই যুদ্ধৰ সঁজুলি তৈয়াৰ কৰিবলৈ ভাৰ দিয়া হৈছিল। টোপাকুছিৰ পৰা মণিপুৰ টোপ গাঁওলৈ যোৱা বাটৰ কাষৰ বুঢ়া মোলানকটাত থকা বৰ আইতৰ তলতে ডাঙৰকৈ ঘৰ সাজি ভালকৈ আঁৰ-বেৰ দি শাল পাতি ভিবি কমাৰে ৰণলৈ যুদ্ধৰ সঁজুলি তৈয়াৰ কৰিছিল। সেই ঠাইডোখৰ আজিকোপতি ভিবি কমাৰৰ ঠাই বুলিয়েই জনাজাত। যুদ্ধৰ সঁজুলিৰে এটা ডাঙৰ ঘৰ ঠাহ খাই পৰিছিল। খাৰ-বাৰুদ অন্যান্য সামগ্ৰী তৈয়াৰ কৰিবলৈ বাঢ়ৈ আৰু খনিকৰো নিয়োগ কৰা হৈছিল। ভিবি কমাৰৰ নেতৃত্বত তেওঁলোক সকলোৱে মিলি কাঁৰফাঁই, চুতীয়া ধেনু, যাঠী আদিও তৈয়াৰ কৰিছিল।

## ভুৱনেশ্বৰী দেৱী

অসমত নৱবৈষ্ণৱ পৰম্পৰাৰ বিকাশ আৰু প্ৰচাৰ সাধনত আটাইতকৈ গুৰুত্বপূৰ্ণ ঘটনাটোৱেই হৈছে মহাপুৰুষ শংকৰদেৱক কোচ ৰজা নৰনাৰায়ণে আশ্ৰয় প্ৰদান কৰাটো। উজনিৰ পৰা আহোম ৰজাৰ অত্যাচাৰত বিতাড়িত হ'ব লগা গুৰুজনাক কোচ ৰজাই যথাযোগ্য সন্মান আৰু নিৰাপত্তা প্ৰদান নকৰিলে হয়তো অসমৰ ইতিহাসে এক বেলেগ দিশ ল'লেহেঁতেন অথবা বৰ্তমানৰ সত্ৰীয়া-সংস্কৃতিৰ সমগ্ৰ কীৰ্তি কালৰ বুকুত জাহ গ'লহেঁতেন। শংকৰদেৱৰ এই আশ্ৰয় লাভৰ আটাইতকৈ গুৰুত্বপূৰ্ণ কাৰকটো আছিল নৰনাৰায়ণৰ ভাতৃ চিলাৰায়ৰ সতে শংকৰদেৱৰ ভতিজা জী অৰ্থাৎ ভাতৃ ৰামনাৰায়ৰ দুহিতা ভুৱনেশ্বৰী দেৱী ওৰফে কমলা প্ৰিয়াৰ মিলন। ভুৱনেশ্বৰীয়ে শংকৰদেৱ ৰচিত বৰগীতৰ এগৰাকী সুনিপুণ গায়িকা আছিল আৰু এই গীতৰ লালিত্যত মোহিত হৈ পৰৱৰ্তী সময়ত কোচ নৃপতিয়ে শংকৰদেৱক নিজ ৰাজসভালৈ নিমন্ত্ৰণ কৰে। বৰ্তমান গোৱালপাৰা জিলাৰ গোলকগঞ্জৰ ওচৰত থকা ৰামৰায়ৰ কুঠিত এই বিবাহ শাস্ত্ৰমতে সম্পন্ন হয় বুলি বৰ্ণিত আছে।

## মথুৰা দাস বুঢ়াআতা (১৪৯০ - ১৬৪৯)

মহাপুৰুষ মাধৱদেৱৰ শিষ্যসকলৰ ভিতৰত শ্ৰীশ্ৰীমথুৰা দাস বুঢ়াআতা প্ৰধান। একশৰণ নামধৰ্ম প্ৰচাৰৰ এজন আগৰণুৱা মথুৰাদাস বুঢ়াআতা, গোপাল তাঁতী, মথুৰা দাস আৰু বুঢ়াআতা এই তিনিওটা নামেও জনাজাত আছিল। অৱশ্যে শ্ৰীশ্ৰীমথুৰা দাস বুঢ়াআতা নামেহে এওঁ সুপৰিচিত। বুঢ়াআতাৰ পিতৃ পুৰুষৰ নাম বীৰপ্ৰসাদ আৰু মাতৃৰ নাম ধৈৰ্যা। তেওঁৰ উপৰি পুৰুষসকল বৰ্তমান শিৱসাগৰ জিলাৰ অন্তৰ্গত খনা-খোকোৰা নামৰ গাঁওৰ আছিল।

এসময়ত বুঢ়াআতাৰ পিতামহ বীৰপাক্ষাৰ পৰিয়ালৰ এটি এটিকৈ মানুহ ঢুকাই ঘৰখন তেনেই উদং হলত বীৰপাক্ষৰ পৰিয়ালৰ লোকসকলে ভটীয়াই আহি বাউসী পৰগণাৰ তাঁতীকুছি (বৰপেটা) অঞ্চলত থাকিবলৈ লয়। সেই সময়ত পশ্চিমবঙ্গ, বিহাৰ আদি ৰাজ্যৰ লোকসকলে তাঁতীসকলক নীহকুলীয়া লোক বুলি গণ্য কৰিছিল, কিন্তু অসমীয়া সমাজে এই শ্ৰেণীৰ শিল্পীসকলক সাদৰেৰে গ্ৰহণ কৰে।

বুঢ়াআতাই তাঁতীকুছিৰ দক্ষিণফালে থকা ইচ্ছাকুছিৰ এখন ছাত্ৰশালা বা পঢ়াশালিত সনাতন কায়থ নামৰ এজন শিক্ষকৰ অধীনত শিক্ষালাভ কৰে। উপযুক্ত বয়সত তেওঁ সৰুপেটাৰ ওচৰৰ কুৰোবাহা গাঁৱৰ বংশী ঠাকুৰীয়াৰ কন্যা সুমতীৰ (যশোমতী) লগত বিয়া হয়। যথাসময়ত তেওঁলোকৰ বলাই নামৰ এক সন্তান জন্মে। বুঢ়াআতাই পোনতে হৰিমিশ্ৰ বামৰমীয়া (শ্ৰীচৈতন্যপন্থী) ধৰ্মাচাৰ্য এজনৰ ওচৰত দীক্ষা গ্ৰহণ কৰিছিল। সেই সময়ত তেওঁ তাঁতীৰ কাম কৰিলেও আজৰি পৰত সঙ্গীসকলক পালিৰূপে লৈ নিজে ওজা হৈ বাউসী পৰগণা অঞ্চলত খঞ্জৰী আৰু কৰতালেৰে নিৱিনৱসিদ্ধি সংবাদৰ পদাৱলী, দেহবিচাৰৰ গীত আৰু ৰামায়ণৰ গীত পদ গাই ফুৰিছিল।

মহাপুৰুষ মাধৱদেৱে সুন্দৰীদিয়া সত্ৰত ধৰ্মপ্ৰচাৰ কৰি থাকোতে গোপাল তাঁতীয়ে মহাপুৰুষজনাৰ সংস্পৰ্শলৈ আহে। ১৪৯৩ শকত (১৫৭১ খ্ৰীঃ) তেওঁ মাধৱদেৱৰ ওচৰত শৰণ লয়। সেই সময়ত তেওঁৰ বয়স একাশী বছৰ। শৰণৰ পাছতে আতাই আগেয়ে গাই ফুৰা লৌকিক গীতলৈ পিঠি দি ঘোষা-কীৰ্তনত মনোনিৱেশ কৰিলে। নৃত্য-গীতৰ সুদক্ষ শিল্পীজনাই অলপ দিনৰ ভিতৰতে ঘোষা-কীৰ্তনৰ ওজা হ'বৰ যোগতো অৰ্জন কৰে। উল্লেখ্য যে মাধৱদেৱে বৰপেটা থানখন গোপাল আতাই চাফ-চিকুণকৈ ৰখা বাবে তেওঁৰ নাম 'মথুৰাদাস' ৰাখিলে। সিদিনাৰ পৰা পূৰ্বৰ নাম 'গোপাল'ৰ পৰিবৰ্তে 'মথুৰাদাস' প্ৰখ্যাত হৈ পৰিল। মাধৱদেৱে সুন্দৰীদিয়ালৈ যোৱাৰ পাছত বুঢ়া

আতাৰ ওপৰত বৰপেটা থানৰ ৰক্ষণাবেক্ষণৰ দায়িত্ব পৰে।

বুঢ়াআতা বয়ন-শিল্প আৰু চিত্ৰকলাত অতি নিপুণ লোক আছিল। তাঁতীকুছিৰ ছয়কুৰি তাঁতীয়ে তেওঁক সন্মানেৰে অধিনায়ক স্বৰূপে বৰণ কৰি লৈছিল আৰু তেওঁৰ নেতৃত্বত বয়ন শিল্পৰ কাম কৰিছিল। তেওঁক সকলোৱে মুখ্য তাঁতী বুলি অভিহিত কৰিছিল। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে মহাৰাজ নৰনাৰায়ণক উপঢৌকন স্বৰূপে দিয়া সুবিখ্যাত 'বৃন্দাবনী বস্ত্ৰ'খনি বুঢ়াআতাৰ তত্ত্বাৱধানত তাঁতীকুছিত নিৰ্মাণ কৰা হৈছিল। এই কামত অন্যান্য তাঁতীসকলে সহযোগ কৰি নিয়মিতভাৱে খাটিছিল। কিন্তু কাপোৰত ভগৱান শ্ৰীকৃষ্ণৰ বিবিধ লীলাৰ ফুল তুলি চিত্ৰিত কৰা কামখিনি বুঢ়াআতাইহে কৰিছিল। নৱবৈষ্ণৱ যুগৰ এইখন সুবিখ্যাত বয়ন আৰু চিত্ৰণ শিক্ষাৰ কৰ্মই সেই সময়ৰ প্ৰচাৰহীন শিল্পীসকলৰ শৈল্পিক দক্ষতাকে প্ৰকাশ কৰিছিল। মাধৱদেৱে তাঁতীকুছিত 'কোটোৰা যাত্ৰা প্ৰদৰ্শন'ৰ সময়ত ভাওনাৰ মুখাবোৰ বুঢ়াআতাৰ হতুৱাই নানা ৰঙেৰে বোলাই আকৰ্ষণীয় কৰি তুলিছিল। এইখনে বৰপেটা সত্ৰৰ প্ৰথম অংকীয়া নাটৰ ভাওনা। আনহাতে বৰপেটাৰ তাঁতীকুছিত ৰঙীয়াল গৃহ নিৰ্মাণতো বুঢ়াআতাই সুদক্ষতাৰ পৰিচয় দিছিল। অনুমান কৰিব পাৰি যে কৃষ্ণ খনিকৰৰ দ্বাৰা নিৰ্মিত এই গৃহটিত চিত্ৰণ কাৰ্যত বুঢ়াআতাই যথেষ্টখিনি অৱদান দিছিল। ৰঙীয়াল গৃহ ধৰ্ম প্ৰচাৰৰ কেন্দ্ৰবিন্দু হৈ উঠাৰ উপৰিও এক সুকুমাৰ কলাৰ অনুষ্ঠানত পৰিণত হৈছিল। মাধৱদেৱৰ সংস্পৰ্শত থাকি তেওঁ ভাটি বয়সতো গীত-পদ-ৰাগ, সুৰ-লয়, তাল-মান, নাট-ভাওনা, বাদ্য-নৃত্য, মুদ্ৰা-ভঙ্গী, ঘোষা-কীৰ্তন, সেৱাৰ কীৰ্তন, ব্যাস কীৰ্তন, পাঠ-প্ৰসঙ্গ আদি সুকুমাৰ সংগীত আৰু নৃত্যকলা সম্বন্ধীয় যাৱতীয় কলা-কৌশল আয়ত্ব কৰি লৈছিল।

মথুৰাদাস বুঢ়াআতাই বৰপেটাৰ সত্ৰাধিকাৰ হোৱাৰ পিছত পোন প্ৰথমবাৰৰ বাবে তিনি প্ৰসঙ্গৰ (যথাক্ৰমে- পুৱা, আবেলি আৰু ৰাতিৰ প্ৰসঙ্গ) শাখা বিভাগ কৰি চৈধ্য প্ৰসঙ্গৰ বিধান কৰে।

সুদীৰ্ঘ ১৫১ বছৰ জীয়াই থাকি এই গৰাকী প্ৰখ্যাত বৈষ্ণৱ শিল্পী, সাহিত্যিক আৰু ধৰ্মপ্ৰচাৰকে ১৬৪১ খ্ৰীষ্টাব্দত (১৫৬৩ শক) ইহলীলা সম্বৰণ কৰে।

## মহাভাৰত দত্ত

সামৰিক ৰেজিমেন্টৰ লগত ডিব্ৰুগড়লৈ অহা মহাভাৰত দত্তই অসমীয়া পৰিবাৰ গ্ৰহণ কৰিছিল আৰু অসমীয়া সমাজৰ এজন হৈ পৰিছিল। তেওঁ ভাটিদেশৰ পৰা কাৰিকৰ অনাই মাটিৰে প্ৰতিমা সাজি সেই ঠাইৰ নিয়মেৰে বনকৰা সাজ পিন্ধাই দুৰ্গা গোঁসানীক পূজা কৰিছিল। তেওঁ নিজৰ পুতেক ৰামচৰণ দত্তক ডিব্ৰুগড়ৰ পৰা নাৱেৰে পঠিয়াই প্ৰতিমা সজা কাম শিকাই আনিছিল আৰু তেওঁ নিজে ডিব্ৰুগড়ৰ প্ৰথম অসমীয়া প্ৰতিমা সজা খনিকৰৰূপে পৰিগণিত হৈছিল।

## মহাৰাজ প্ৰাণনাৰায়ণ (১৬৩৩ - ১৬৭২)

প্ৰখ্যাত কোচ ৰাজত্বৰ এজন বিশিষ্ট ৰজা। মহাৰাজ প্ৰাণনাৰায়ণ এজন বিদ্যানুৰাগী, শাস্ত্ৰজ্ঞ, সংগীতজ্ঞ আৰু জ্ঞান চৰ্চাৰ পৃষ্ঠপোষক আছিল। তেওঁৰ ৰাজত্বকালত তেওঁ দিল্লীৰ পৰা কাৰিকৰ আনি ইতিমধ্যে ধ্বংসপ্ৰাপ্ত হোৱা বহুতো প্ৰাচীন মন্দিৰ পুনঃনিৰ্মাণ কৰিবলৈ প্ৰয়াস কৰিছিল। এইবোৰ ক্ষেত্ৰত তেওঁৰ নিজস্ব কাৰিকৰী বুৎপত্তিয়েও সহায় কৰিছিল।

## মহাৰাজ হৰেন্দ্ৰনাৰায়ণ (১৭৮৩ - ১৮৪০) ঃ

কোচ ৰজা হৰেন্দ্ৰনাৰায়ণ সুশিক্ষিত আৰু বহুগুণ সম্পন্ন ব্যক্তি আছিল। কবি আৰু গ্ৰন্থকাৰ হোৱাৰ উপৰিও তেওঁ এগৰাকী সংগীত বিশাৰদ আছিল। তদুপৰি এগৰাকী চিত্ৰশিল্পী হিচাপেও সেইসময়ত তেওঁৰ খ্যাতি চাৰিওপিনে বিয়পি পৰিছিল। ৰাজকাৰ্যৰ পৰা অৱসৰৰ সময়ত তেওঁ চিত্ৰশিল্পৰ চৰ্চা কৰিছিল। সেয়েহে তেওঁৰ ৰাজধানী নৃত্য-গীত আদিৰ উৎসেৱেৰে সদায় মুখৰিত আছিল।

## মাধৱদেৱ (১৪৮৯ - ১৫৯৫)

১৪১১ শকৰ জেঠ মাহৰ কৃষ্ণা প্ৰতিপদ তিথিত বৰ্তমানৰ নাৰায়ণপুৰৰ লেতেকুপুখুৰী পাৰত হৰশিঙা বৰাৰ ঘৰত মাধৱদেৱৰ জন্ম হয়। তেওঁৰ দেউতাক গোবিন্দগিৰি এতিয়াৰ বাংলাদেশৰ অন্তৰ্গত ৰংপুৰ জিলা বড়ুকা বা বণ্ডুকাৰ লোক আছিল। প্ৰথমা পত্নীৰ বিয়োগৰ পিছত তেওঁ শংকৰদেৱৰ বংশৰ মনোৰমা আইক বিবাহ কৰায়। এই মনোৰমা আইয়ে হৈছে মাধৱদেৱৰ মাতৃ। মাধৱদেৱৰ শৈশৱকাল যথেষ্ট দুৰ্যোগেৰে ভৰা আছিল। তেওঁৰ বয়স যেতিয়া ছবছৰ তেতিয়া পাইকে হৰশিঙা বৰাৰ বিৰুদ্ধে ৰজাঘৰত ভাটীফালৰ পৰা মানুহ অনাই বহুৱাইছে বুলি গোচৰ দিয়াত তেওঁ তাৰপৰা পলাই আহে। ইয়াৰ পিছতে তেওঁ ঘাঘৰ নদীৰ পাৰত গোবিন্দ ওৰফে ঘাঘৰি মাজিৰ ঘৰত আশ্ৰয় লয়হি। ইয়াতে মাধৱদেৱৰ ভগ্নী উৰ্বশীৰ জন্ম হয়।

ঘাঘৰ অঞ্চলত চৈধ্য বছৰ কাল থকা পাছত ভগ্নী উৰ্বশীৰ বিয়া মাজুলীৰ ভৰালীডুবিৰ গয়াপানি বা ৰামদাসৰ লগত সম্পন্ন হয়। বিয়াৰ পিছত গোবিন্দগিৰিয়ে পত্নীক জোঁৱায়েকৰ ঘৰত এৰি থৈ পুতেক মাধৱক লৈ তেওঁৰ চাবেক ঘৰ বণ্ডুকালৈ যায়। তাত ৰাজেন্দ্ৰ অধ্যাপক নামৰ এজন শাস্ত্ৰজ্ঞ পণ্ডিতৰ টোলত মাধৱদেৱৰ শিক্ষা আৰম্ভ হয়। কম সময়তে শাস্ত্ৰ অধ্যয়ন সমাপ্ত কৰি

তেওঁ কায়স্থিকা বৃত্তি বা মজুমদাৰী বৃত্তি আয়ত্ত কৰিছিল।

বণ্ডুকাত পাঁচবছৰ মান থকাৰ পিছত গোবিন্দগিৰিৰ মৃত্যু হয় আৰু মাধৱদেৱে বণ্ডুকা এৰি মাজুলীত থকা মাকৰ ঘৰ পায়হি। এই সময়ছোৱাতে বৈনায়েক ৰামদাসৰ যোগেদি ধুৱাহাটত থকা শংকৰদেৱৰ লগত তেওঁৰ সাক্ষাৎ হয় আৰু দেৱীপূজা সম্পৰ্কত তীব্ৰ মতবিৰোধ হয়। শংকৰদেৱৰ যুক্তিত মাধৱদেৱ তেওঁৰ শৰণাপন্ন হয় আৰু শাক্তধৰ্ম এৰি বিষ্ণুভক্ত হৈ পৰে। উল্লেখ্য যে এই ঘটনাই অসমৰ সামাজিক-সাংস্কৃতিক জীৱনৰ দুজন মহান ব্যক্তিৰ সংযোগ ঘটায় আৰু অসমত নৱ-বৈষ্ণৱ আন্দোলনে এটি নতুন ৰূপ গ্ৰহণ কৰে।

মাধৱদেৱ কঠোৰ এক শৰণীয়া আছিল তথা সংসাৰ বান্ধোনত সোমালে ধৰ্মাচৰণ কৰাটো টান হব বুলি বিয়া-বাৰুও কৰা নাছিল। আনকি স্বয়ং শংকৰদেৱৰ নিজৰ জী বিষ্ণুপ্ৰিয়াক মাধৱদেৱলৈ দিবলৈ ওলোৱাটো সেই প্ৰস্তাৱ তেওঁ যুক্তিসহকাৰে অগ্ৰাহ্য কৰিছিল।

শংকৰদেৱৰ মৃত্যুৰ পিছত তেওঁ কালিন্দী আইৰ অনুৰোধত গণককুছি এৰি পাটবাউসীত থাকিবলৈ আৰম্ভ কৰে। পাটবাউসীত কিছুদিন থকাৰ পাছত তেওঁ সুন্দৰীদিয়া পায়হি। ইয়াত তেওঁ চৈধ্য বছৰ কাল কটাইছিল। কিন্তু পূজা পাতল নকৰা দোষত তেওঁ কোচৰজা নৰনাৰায়ণৰ ৰোষত পৰিছিল আৰু ৰজা ৰঘুদেৱে ভকতসকলক ধৰি নিবলৈ সঘনে সৈন্য সামন্ত পঠাইছিল। এনেবোৰ অসুবিধাৰ বাবে পাছলৈ তেওঁ বৰপেটা সত্ৰত থাকিবলৈ সিদ্ধান্ত লয়। ৰঙিয়াল ঘৰ সাজি, নটুৱা নাচ নচাই মানুহক বিপথে পৰিচালিত কৰা বুলি অভিযোগ আনি ৰজাই (ৰঘু ৰজা) তেওঁক বিজয় নগৰলৈ ধৰাই নিয়ে যদিও অতি কম সময়ৰ ভিতৰতে ৰজাৰ এই ভুল ভাঙে আৰু সসন্মানে তেওঁক মুক্তি দিয়ে। বিজয় নগৰৰ পৰা আহি হাজোত কেইদিনমান থাকি তেওঁ কোচবিহাৰলৈ যায় আৰু ভেলাত সত্ৰ পাতি থাকিবলৈ লয়। লক্ষ্মীনাৰায়ণ

নামৰ এজন ৰাজ বিষয়াৰ বাবে তেওঁ বাৰে বাৰে কোচৰজাৰ ৰোষত পৰিছিল যদিও শেষত ৰজাৰ ভুল ভাঙে আৰু ভক্তিধৰ্ম সৰ্বশেষত কোচৰাজ্যৰ ৰাজধৰ্ম হৈ পৰে। ১৫১৮ শকৰ সাতাইশ তাৰিখে এইজনা মহাপুৰুষৰ মহাপ্ৰয়াণ ঘটে।

বৈষ্ণৱ সাংস্কৃতিক পৰম্পৰাত মাধৱদেৱ আছিল শংকৰদেৱৰ এজন সমকক্ষ কলাকাৰ। এগৰাকী প্ৰতিভাৱান কবি, নাট্যকাৰ তথা গীতিকাৰ হোৱাৰ উপৰি তেওঁ আছিল এগৰাকী সুদক্ষ গায়ক, নৃত্য শিল্পী আৰু অভিনেতা। মাধৱদেৱৰ জীৱনৰ বিভিন্ন ক্ষণত তেওঁৰ এই শৈল্পিক প্ৰতিভাৰ অলেখ উদাহৰণ দৃশ্যমান। কথিত আছে যে হৰি জোঁৱাইক চাউদাঙে বধ্যভুমিলৈ নিয়াৰ সময়ত মাধৱদেৱ হেনো 'ভয়ো ভাই সাৱধান। জায়ে নতু ছাট প্ৰাণ' এই গীতটি গাই পিছে পিছে গৈছিল। "বেজবৰুৱাই কোৱা মতে মাধৱদেৱৰ দধি মথন (অৰ্জুন ভঞ্জন) নাটৰ ভাওনাত শংকৰদেৱে নন্দৰ আৰু মাধৱদেৱে উপনন্দৰ ভাও লৈছিল।" (উৎস ঃ মহেশ্বৰ নেওগ, শ্ৰীশ্ৰীমাধৱদেৱ, পৃ- ১০৬)। গুৰুচৰিত অনুসৰি, দক্ষিণ বৰবিষ্ণু আতাই মাধৱদেৱৰ লগতে শংকৰদেৱক গুৰু বুলিবলৈ লোকজনক শিকোৱা সত্ত্বেও সকলোৱে বৰবিষ্ণু আতাকে গুৰু বুলিবলৈ কৈছিল। এই কথাত আহুকাল পাই আতাই মাধৱদেৱক জনোৱাত মাধৱদেৱে তেওঁক 'নৃসিংহ যাত্ৰা ভাওনা' পাতিবলৈ পৰামৰ্শ দিয়ে আৰু আতাৰ অনুৰোধত নিজে মালচালৈ গৈ নৃসিংহৰ ভাও দিয়েগৈ। (উৎস - 'গুৰু চৰিত কথা', ছেদ ৪৪৬ -৪৭)।

মাধৱদেৱ ৰচিত বৰগীত সমূহ অসমীয়া গীতি সাহিত্যৰ এক অনুপম সৃষ্টি। গুৰুদেৱৰ আজ্ঞা অনুসৰিয়েই তেওঁ গীত ৰচনাত মনোনিৱেশ কৰিছিল। চৰিত পুথি অনুসৰি বৰপেটাত কমলা বায়ন নামৰ এজনে শংকৰদেৱ প্ৰণীত বাৰকুৰি বৰগীত আওঁৰাবলৈ নিওতে বন পুৰা জুইত পুৰি ভস্মীভূত হ'ল। শংকৰদেৱে খেদ কৰি গীত আৰু নকৰো বুলি মাধৱদেৱক আজ্ঞা কৰিলে, "গীত কিছু কৰা"। মাধৱদেৱ বিৰচিত গীতৰ সংখ্যালৈ এক বিভ্ৰান্তি আছে

যদিও ড° মহেশ্বৰ নেওগৰ মতানুসৰি এই বৰগীতৰ সংখ্যা ১৫৭ টি, আনহাতে ড° সত্যেন্দ্ৰ নাথ শৰ্মা প্ৰমুখ্যে পণ্ডিতসকলৰ মতে মাধৱদেৱৰ ভনিতাযুক্ত গীত ১৫১/১৫৩ টা মানহে পোৱা যায়। ভাৰতীয় শাস্ত্ৰীয় সংগীত আৰু অসমৰ থলুৱা লোক-সংগীতৰ ওপৰত বিশদ জ্ঞান থকা হেতুকে তথা নিজে এজন স্বয়ংসম্পূৰ্ণ গায়ক হোৱা বাবে তেওঁ ৰচিত গীতবোৰত ৰাগ-স্বৰ নিৰ্দ্ধাৰণ কৰি দিছিল।

বৰপেটা সত্ৰত ৰঙিয়াল ঘৰ স্থাপনেৰে মাধৱদেৱে নিয়মিতভাৱে সত্ৰত ভাওনাৰ ব্যৱস্থা কৰিছিল আৰু নিজে অভিনয় কৰিছিল। তাঁতীকুছিত 'কোটোৰা যাত্ৰা' প্ৰদৰ্শনৰ সময়তো মাধৱদেৱে অভিনয় আৰু নৃত্য প্ৰদৰ্শন কৰিছিল। সুন্দৰীদিয়া সত্ৰত থকা সময়ছোৱাত তথা পাছলৈ বৰপেটা সত্ৰত থাকি নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰত তেওঁ সংগীত, গীত পৰিৱেশনত ভকতসকলক অনুপ্ৰাণিত কৰিছিল আৰু সংগীতৰ সুৰ, লয় তাল মানৰ হিচাপ সঠিকমতে ব্যৱহাৰ কৰাৰ পদ্ধতি শিকাইছিল। আনকি ভাওনা পৰিৱেশনত তেওঁ মঞ্চ সজ্জা, মুখা ব্যৱহাৰ আদিৰো কলা নিৰ্দেশক আছিল। শংকৰদেৱে স্থাপন কৰি যোৱা সাংস্কৃতিক পৰম্পৰাৰ যোগ্য বাহনকাৰী আছিল মহাপুৰুষ মাধৱদেৱ। এজন ব্যক্তিৰ দেহত 'কলাকাৰ'ৰ ইমানবোৰ গুণ থকা হেতুকে মহাপুৰুষ শংকৰদেৱে মাধৱদেৱক 'বুঢ়াৰ পো' বুলি সম্বোধন কৰিছিল। শংকৰদেৱে সিঁচি যোৱা নৱ বৈষ্ণৱ আন্দোলনৰ বীজবোৰক মাধৱদেৱে কলাসুলভ মানসিকতাৰে আপদাল কৰা হেতুকে পৰৱৰ্তী সময়ত সমগ্ৰ অসমতে সত্ৰীয়া গীত-মাত, নৃত্য-নাটক ধৰ্ম প্ৰচাৰত সমান্তৰালকৈ অসমীয়াৰ সাংস্কৃতিক সত্তাত সোমাই পৰিছিল।

*লগতে চাওঁক* - **মথুৰাদাস বুঢ়াআতা, কৃষ্ণ খনিকৰ, শ্ৰীৰাম আতা, বিভীষণ আতৈ।**

## মেঘামুকডুম

কালাপাহাৰে ধ্বংস কৰি যোৱা কামাখ্যা মন্দিৰ ধ্বংস কৰি থৈ যোৱাৰ পাছত কোচ ৰজা নৰনাৰায়ণৰ ৰাজত্বকালৰ সময়ত ইয়াক পুনঃনির্মাণ কৰা হৈছিল। নৰনাৰায়ণ চিলাৰায়ৰ নির্দেশমতে মেঘামুকডুমে ইয়াক নির্মাণ কৰি উলিয়াইছিল। দৰং ৰাজবংশাৱলীত ইয়াৰ উল্লেখ আছে।

"শুনিয়া সবাৰ মনে আনন্দিত ভৈলা
মেঘামুকডুমক আনি দুয়ো আজ্ঞা কৈলা।।
বোলে লৈও এতিক্ষণে সৈন্যক জন্টাই
নীলাচলে দেৱী মঠ সজায়োক যাই।।"

## সুচান্দ ৰায় ওজা

শ্ৰীহস্তমুক্তাৱলী অসমীয়ালৈ অনুবাদ সুচান্দ ৰায় ওজাই সম্পন্ন কৰে। সুচান্দ ৰায় ওজাৰ দলটোৰ এই অনুবাদৰ অভিপ্ৰায় আছিল শাস্ত্ৰীয় হস্ত সংযোগৰ দ্বাৰা অসমত প্ৰচলিত কোনো এলানি নৃত্যত শাস্ত্ৰসন্মত ভাৱে অভিনয় কৰাৰ নিয়মবোৰ সংযোগ বা অন্তৰ্ভুক্ত কৰা। এওঁ এজন সত্ৰীয়া নৃত্যৰ পাকৈত নটুৱা আছিল। সম্ভৱ সুচান্দ ৰায়ৰ দলটো কমলাবাৰী সত্ৰৰে আছিল। কমলাবাৰীত তেওঁলোকৰ দলটোৱে আশানুৰূপ সঁহাৰি নাপাই আউনীআটিলৈ গৈ সেই সত্ৰৰ গোঁসাইৰ সহায় বিচাৰিছিল। কিন্তু সত্ৰৰ বৰবায়ন আৰু বৰগায়নে ওজাজনক তেওঁলোকৰ অধিকাৰ এৰি দিব খোজা নাছিল। সুচান্দ ৰায় ওজাৰ দলটো পাছলৈ ক'লৈ গ'ল এই সম্পৰ্কত কোনো ঐতিহাসিক তথ্য পোৱা নাযায়।

## যাদুৰাম বৰুৱা (১৮৪৬/৪৭-১৯০৮)

১৮৪৬-৪৭ খ্ৰীষ্টাব্দত মণিৰাম দেৱানৰ অৰ্জুনগুৰিৰ নিজা ঘৰত চতুৰ্থা পত্নী বিনন্দিনীৰ গৰ্ভত দেৱানৰ তৃতীয় পুত্ৰ যাদুৰাম বৰুৱাৰ জন্ম হয়। দেৱানৰ ফাঁচীৰ সময়ত তেওঁ দহ বছৰীয়া। স্বাধীনচিতীয়া যাদুৰামে ডিব্ৰুগড়ত শিমলু কাঠৰ কাৰবাৰ আৰু গড়কাপ্তানী বিভাগৰ ঠিকাদাৰী কৰিছিল। তেওঁ ইটাৰে গাঁঠি নাদ তৈয়াৰ কৰাৰ কামত উজনি অসমৰ ভিতৰতে কৃতিত্ব লভিছিল। এই গৰাকী শিল্পোদ্যোগী ব্যক্তিৰ ১৯০৮ খ্ৰীষ্টাব্দৰ আঠাইশ এপ্ৰিলত ডিব্ৰুগড়ত মৃত্যু হয়।

## ৰতন পাঠক

বৰ্তমানৰ হাজো পঞ্চদশ আৰু ষোড়শ শতাব্দীত কন্দলী পণ্ডিতসকলৰ বাবে প্ৰখ্যাত আছিল। এই হাজোত অনন্ত কন্দলিৰ জন্ম হয়। অনন্ত কন্দলিৰ পিতৃ আছিল ৰতন পাঠক। হাজোত সেই সময়ত তেওঁ এখন ভগৱত সত্ৰ পাতি তাঁতীবিলাকক ভাগৱত পাঠ কৰি শুনাইছিল। এওঁ বৰ সুন্দৰকৈ ভাগৱত পাঠ কৰিব পাৰিছিল বাবে 'পাঠক' উপাধি লাভ কৰিছিল। সেই সময়ত ভাগৱত পাঠৰ প্ৰসঙ্গ হ'লেই ৰতন পাঠকেহে ভাগৱতৰ আচল 'পাঠক' বুলি সকলোৰে সমাদৰ লাভ কৰিছিল। এওঁ বৃদ্ধ হৈ অহাত পুত্ৰ অনন্ত কন্দলিয়ে পিতৃৰ হাজোত থকা ভাগৱত সত্ৰত যজমানবিলাকক ভাগৱত শিক্ষা দিবলৈ ধৰে।

## ৰমাকান্ত চৌধুৰী (১৮৪৬ - ১৮৮৯)

নলবাৰী ৰেলষ্টেচনৰ পৰা এমাইলমান উত্তৰত বতাহগিলা নামেৰে এখনি সৰু গাঁও আছে। এই গাঁওতে ১৮৪৬ খ্ৰীষ্টাব্দত ৰমাকান্ত চৌধুৰীৰ জন্ম হৈছিল। তেওঁ আছিল দেউতাক লক্ষ্মীকান্ত চৌধুৰীৰ বৰঘৈণীৰ একমাত্ৰ সন্তান। 'অভিমন্যু বধ' কাব্যৰ কবি ৰমাকান্ত চৌধুৰী নাট্যকাৰ হোৱাৰ উপৰিও এগৰাকী অভিনয় শিল্পী আছিল। ৰমাকান্তৰ জীৱনৰ বিতং বিৱৰণ আজি পাবলৈ নাই। ৰমাকান্তই গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা তেওঁৰ বংশৰ ভিতৰতে প্ৰথম এম. এ. মহলাত উত্তীৰ্ণ হৈছিল। ফণিধৰ চলিহা, মৰিয়ৎউল্লা, আজিজুৰ ৰহমান আৰু ভিৰিৰাম বৰুৱা আদি এওঁৰ সহপাঠী আৰু অন্তৰঙ্গ বন্ধু আছিল।

ৰমাকান্তই উত্তৰ গুৱাহাটীৰ ৰজা দুৱাৰৰ প্ৰসিদ্ধ মজিন্দাৰ বৰুৱা বংশীয় দয়াৰাম বৰুৱা ডাঙৰীয়াৰ জীয়েক নন্দীপ্ৰিয়াক বিয়া কৰায় আৰু গুৱাহাটীৰ জিলা অফিচৰ আমোলা কামত সোমায়। অলপ দিন এই কাম কৰি গোৱালপাৰাৰ মহকুমাৰ কাৰ্যালয়লৈ হেডক্লাৰ্ক হৈ যায়। তাত সুখ্যাতিৰে কিছুদিন কাম কৰাৰ পিছত ধুবুৰী জিলা কাৰ্যালয়ত হেডক্লাৰ্ক হৈ মুঠতে দুবছৰ নমাহ কাল কটায়। ৰমাকান্তই চাকৰিয়াল জীৱনৰ বেছিভাগ সময় গোৱালপাৰাত অতিবাহিত কৰে। 'অভিমন্যু বধ' ৰমাকান্ত চৌধুৰীৰ শ্ৰেষ্ঠ কীৰ্তি। নাট্যশিল্পৰ এগৰাকী সুদক্ষ কৰ্মী হোৱা বাবে তেওঁৰ প্ৰতিভাৰ স্বাক্ষৰ জেষ্ঠ পুত্ৰ শ্ৰীকান্তৰ ওপৰতো পৰিছিল। গুৱাহাটীত থকা কালত শ্ৰীকান্তই কামৰূপ নাট্য সমিতিৰ অভিনয়ত লোকপ্ৰিয় গোপীনাথ বৰদলৈ, মাণিক চন্দ্ৰ চৌধাৰী আদিৰ সহ-অভিনেতা হৈ যোগ দিছিল। ৰমাকান্ত চৌধুৰী ৰচিত 'সীতা হৰণ' নাটো এই যুগৰ প্ৰথম অসমীয়া পৌৰাণিক নাট। এওঁৰ দ্বাৰা ৰচিত 'ৰাৱণ বধ' নাট হাতে লিখা অৱস্থাতে বিলুপ্ত হয়। কবি, নাট্যকাৰ আৰু অভিনয় শিল্পী ৰমাকান্ত চৌধুৰীৰ সাংস্কৃতিক অৰিহণা সেয়ে আছিল অপৰিসীম।

## ৰাধা সাতোলা

চাওঁক - **কাতিয়া আৰু আহিনা**

## ৰাধাকান্ত দাস (১৯ - ২০ শতিকা)

জন্ম বৰপেটাত। পিতৃ কাতিৰাম, মাতৃ পাটোবালা। আত্মাৰাম দাসৰ পৰা হাতীদাঁতৰ কাম শিকি এই বিদ্যাত পাৰ্গতালি লাভ কৰিছিল। চিত্ৰশিল্পীও আছিল। বৰপেটা সত্ৰত থকা বদুলা আতাৰ ভেটি গৃহৰ উত্তৰ পূৱৰ প্ৰৱেশ দ্বাৰত খোদিত চিত্ৰসমূহৰ স্ৰষ্টাও ৰাধাকান্ত দাস আছিল।

## ৰামচৰণ ঠাকুৰ

মাজুলীৰ হোকোৰাকুছিৰ গয়াপাণি কায়স্থই মহাপুৰুষ শংকৰদেৱৰ শিষ্যত্ব গ্ৰহণ কৰি ৰামদাস নাম পায় ; এওঁ মাধৱদেৱৰ ভনী উৰ্ৱশীক বিয়া কৰাইছিল। ৰামদাস গুৰুজনাৰ সৈতে পাটবাউসীত থকা কালত উৰ্ৱশীৰ এটি পুত্ৰ সন্তান জন্মে। এই সন্তানটিয়ে পাছলৈ ৰামচৰণ দাস নামে পৰিচিত হয়।

ৰামচৰণে সৰুৰে পৰা মোমায়েক মাধৱদেৱৰ সৈতে একেলগে থাকি কাব্য, ব্যাকৰণ আৰু কায়স্থিকা বৃত্তিৰ পঢ়া-শুনা কৰি এক লেখক ৰূপে সমাদৃত হয়। মাধৱদেৱে এওঁক সংস্কৃত 'ভক্তি ৰত্নাকৰ' আৰু 'ভক্তি ৰত্নাৱলী' নকল কৰা কামতো লগায়। এওঁৰ দ্বাৰা ৰচিত 'কংসবধ' নামৰ নাটখনিত সাংগিতীক প্ৰতিভাৰ উমান পোৱা যায়। নাটৰ মাজত ষোল্লটি গীত আৰু পয়াৰে নাটখনিৰ গতিশীলতাত ভালেখিনি সহায় কৰিছে। তদুপৰি যুদ্ধ বিগ্ৰহৰ চিত্ৰ-গীতৰ মাজেদি প্ৰকাশ কৰিও এওঁ অনন্য প্ৰতিভাৰ পৰিচয় দিছে। অঙ্কৰ গীতৰ উপৰিও ৰামচৰণ ঠাকুৰে ৰচনা কৰা দুই এটি গীত পোৱা যায়।

## ৰাম সৰস্বতী (১৬ শতিকাৰ চতুৰ্থ দশকৰ পৰা ১৭ শতিকাৰ ৩য়/৪ৰ্থ দশক)

নৱবৈষ্ণৱ যুগৰ বিশিষ্ট কবি ৰাম সৰস্বতীৰ প্ৰকৃত নাম অনিৰুদ্ধ। ৰাম সৰস্বতীয়ে ভীষ্ম পৰ্বত পৰিৱেশন কৰা আত্মপৰিচায়কসূচক ভনিতাৰ পৰা জনা যায় যে কামৰূপৰ পচৰিয়া নামৰ গাঁওখনত তেওঁৰ জন্ম। তেওঁৰ পিতৃ আছিল কবি চূড়ামণি। ৰাম সৰস্বতীৰ ভাতৃৰ নাম আছিল কবিচন্দ্ৰ। আনহাতে হৰিনাৰায়ণ দত্তবৰুৱাৰ দ্বাৰা সম্পাদিত অসমীয়া মহাভাৰতত কবিৰ জন্মস্থান 'পচৰিয়া'ৰ সলনি 'চমৰিয়া' বুলি কোৱা হৈছে।

"কামৰূপ মধ্যে গ্ৰাম নাহিকে উপাম।<br>
তাতে গ্ৰাম ভৈলা চমৰিয়া যাৰ নাম॥<br>
সেহি গ্ৰামেশ্বৰ ভৈলা কবি চূড়ামণি।<br>
পণ্ডিত গণৰ মধ্যে যাক অগ্ৰগণী॥"

অৱশ্যে পণ্ডিতসকলে সৰ্বশেষত তেওঁৰ জন্মস্থান পচৰিয়া বুলি কৈছে। সাহিত্যিক জীৱনৰ বিভিন্ন স্তৰত তেওঁ চমৰিয়া, পাটচৌৰা বা পাটাছাৰকুছি আদি স্থানত বাস কৰিছিল।

ভাতৃ তথা প্ৰসিদ্ধ পণ্ডিত কবিচন্দ্ৰৰ ওচৰতেই ৰাম সৰস্বতীয়ে বিদ্যা শিক্ষা লাভ কৰিছিল। পাণ্ডিত্য আৰু কবিত্বৰ বলত ৰাম সৰস্বতীয়ে মহাৰাজ নৰনাৰায়ণৰ সভা কবিৰূপে স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল।

পাণ্ডিত্য আৰু ব্যাখ্যান পাৰদৰ্শিতাৰ বাবেই ৰাম সৰস্বতীয়ে নৰনাৰায়ণ আৰু শুক্লধ্বজ পাঠকৰ বাব লাভ কৰিছিল। 'পাঠক' হৈছে কথকতা পৰম্পৰাৰ ধাৰক। যিসকলে ৰামায়ণ, মহাভাৰত, পুৰাণ আদিৰ কাহিনী গীত পদ-মুদ্ৰাৰ অঙ্গী-ভঙ্গী আদিৰ সহায়ত শ্ৰোতা আৰু দৰ্শকক বুজাই দিয়ে তেওঁলোকেই কথক। অসমৰ ওজাপালি লোক-কলাত কলা-কথকতা লক্ষ্য কৰা যায়। কথকজন সেইবাবে হৈ পৰে নৃত্য-গীত-বাদ্যৰ এজন সুনিপুণ শিল্পী। সন্দেহ

নাই কবি হিচাপে স্বীকৃত হ'লেও কথকতা পৰম্পৰাৰ বাবেই ৰাম সৰস্বতী এগৰাকী সুদক্ষ শিল্পী হিচাপে প্ৰতিষ্ঠিত হৈছিল।

## লক্ষ্মীকান্ত আতৈ (১৫৬৬ -১৬৮৩)

লক্ষ্মীকান্ত আতৈ অসমৰ নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰক সকলৰ ভিতৰত অন্যতম। এইজনা আতৈৰ পূৰ্বপুৰুষ নৱদ্বীপ অঞ্চলৰ (এতিয়াৰ পশ্চিমবঙ্গ ৰাজ্যত) অন্তৰ্গত শান্তিপুৰ গাঁওৰ আদিম অধিবাসী আছিল। লক্ষ্মীনাথৰ পিতৃ পুহকৰ গিৰিয়ে তেওঁৰ পত্নী সিন্ধি গেন্ধাক লৈ বেহা-বেপাৰ কৰিবলৈ কোচবিহাৰ জিলাত উপস্থিত হয়। তাতে লক্ষ্মীনাথৰ জন্ম হয়। তেওঁৰ জন্মৰ পাছতে মাকৰ মৃত্যু হয়। মহেশাচাৰ্য নামৰ পণ্ডিত এজনৰ তলত পঢ়িবলৈ আৰম্ভ কৰি সাত বছৰ বয়সতে তেওঁ বিদ্যা শিক্ষাত যথেষ্ট পাৰদৰ্শিতা দেখুৱায়। ভাৰতী নামৰ অধ্যাপক এজনৰ অধীনত পুনৰ বিদ্যা আৰম্ভ কৰি ওঠৰ কলা বিদ্যাৰ অধিকাৰী হয়। ১৫৮৩ খ্ৰীষ্টাব্দত সোতৰ বছৰ বয়সত হৰিশংকৰ কায়স্থৰ প্ৰথমা কন্যা ৰোহিনী আউদেউৰ লগত লক্ষ্মীনাথৰ বিবাহ সম্পন্ন হয়। মাধৱদেৱ বিৰচিত 'ভক্তি ৰত্নাৱলী' পঢ়ি মাধৱদেৱক দৰ্শন কৰিব ইচ্ছা কৰে আৰু তাতীকুছিলৈ গৈ মাধৱদেৱক সাক্ষাৎ কৰে। পাছলৈ পৰম শিষ্য হৈ পৰা লক্ষ্মীকান্তই হাজোৰ ধোপৰগুৰি সত্ৰ প্ৰতিষ্ঠা কৰে।

মহাপুৰুষ মাধৱদেৱে এই ধোপগুৰি সত্ৰতে লক্ষ্মীকান্ত আতৈৰ সহযোগত 'ৰুক্মিনী হৰণ' ভাওনা কৰিছিল। এই ভাওনাখনেই হাজো অঞ্চলত অনুষ্ঠিত প্ৰথম ভাওনা বা অঙ্কীয়া নাট। মাধৱদেৱে হাজো নগৰবাসীক নৱ বৈষ্ণৱ ধৰ্মৰ প্ৰতি আপ্লুত কৰাই পাছলৈ তাঁতীকুছিলৈ প্ৰত্যাৱৰ্তন কৰে। লক্ষ্মীকান্তই গুৰুবাক্য শিৰোধাৰ্য কৰি ধোপগুৰি সত্ৰতে আজীৱন নাম ধৰ্ম প্ৰচাৰ কৰি কটায়।

## লয়ন কঁহাৰ

সুন্দৰীদিয়া সত্ৰৰ পুৰণি দুৱাৰ এখন লয়ন কঁহাৰে সাজিছিল বুলি তাত থকা পিতলৰ পাতত লিখা আছে। তেওঁ সেই দুৱাৰখন ১৭৬৯ শকৰ মাঘ মাহৰ সোঁতৰ তাৰিখে নিৰ্মাণ কৰি উলিয়াইছিল- তেওঁৰ পৃষ্ঠপোষক ভক্তচৰণ আতৈৰ কাৰণে।

## লেইতা ডাইনা পালি

ঊনবিংশ শতিকাৰ মধ্যভাগত লেইতা ডাইনা পালিয়ে নৱগ্ৰহ দেৱালয়ৰ পালি আছিল। এওঁ বজালীৰ কেইবাটাও দলক ওজাপালিৰ প্ৰশিক্ষণ দিছিল। এই পালিজনৰ তত্ত্বাৱধান তথা নিৰ্দেশনাত পাছলৈ বিচানকুছি, মুণ্ডৰীয়া আদি গাঁওত পৰৱৰ্তী সময়ত ওজা-পালিৰ দলবোৰ গঢ়ি উঠিছিল।

## লেৰেলা খনিকৰ (১৯ শতিকা)

নগাঁওৰ পুৰণিগুদাম অঞ্চলৰ কাৰুশিল্পী। তেওঁ বগুলুৱা আৰ্হিত কাঠৰ দুৰ্গা প্ৰতিমা সাজিছিল। হাতীদাঁতৰ কামো জানিছিল।

## শংকৰদেৱ (১৪৪৯ - ১৫৬৮)

অসমৰ জাতীয় জীৱনৰ পৰম আৰাধ্য ব্যক্তি শংকৰদেৱৰ জন্ম হয় ১৪৪৯ খ্ৰীষ্টাব্দৰ (১৩৭১ শক) আহিন মাহৰ পাঁচ তাৰিখে। বৰ্তমান নগাঁও জিলাৰ বৰদোৱাত জন্ম লভা মহাপুৰুষজনাৰ জন্মস্থান সম্পৰ্কত বিভিন্ন মতভেদ পৰিলক্ষিত হয়। টেম্বুৱানী জান বৈ যোৱা হেতুকে টেম্বুৱানী বুলি পৰিচিত

অঞ্চলটোত পাছত বাৰভূঞা চণ্ডীবৰে আলি-পুখুৰী খন্দাই বাস কৰিছিল। আলিয়ে পুখুৰীয়ে চহৰ খন্দাই ধুনীয়া চহৰ পাতি বাস কৰিছিল বাবে টেম্বুৱানীকে আলিপুখুৰী বোলা হৈছিল। গুৰুজনাৰ আত্ম পৰিচয়তো জন্মস্থান টেম্বুৱানী, টেমুনিয়া, বটদ্ৰৱা, বৰদোৱা আদি নামৰহে উল্লেখ আছে। ক'তো আলিপুখুৰী স্থানৰ কথা উল্লেখ নাই। এই গাঁৱত কুসুম্বৰ পত্নী সত্যসন্ধাৰ গৰ্ভত শংকৰদেৱৰ জন্ম হয়। সৰুতে ঘাট মাউৰা হোৱাত আইতাক খেৰসূতীৰ তত্ত্বাৱধানত তেওঁ ডাঙৰ দীঘল হয়। বাৰ বছৰমান বয়সত তেওঁক মহেন্দ্ৰ কন্দলীৰ টোলত নাম লগাই দিয়া হয়। পঢ়াশুনাত দক্ষতা প্ৰদৰ্শন কৰা হেতুকে মহেন্দ্ৰ কন্দলীয়ে তেওঁক ওজা ছাত্ৰ নিৰ্বাচন কৰিছিল। পঢ়াশলীয়া শিক্ষা সমাপ্ত কৰাৰ পাছত তেওঁ পাৰিবাৰিক দায়িত্ব কান্ধ পাতি লয়। ডেকা বয়সত ভূঞা পোৱাৰ বাবে তেওঁ 'ডেকাগিৰী' নামেৰেও জনাজাত হৈ পৰে। একৈশ বছৰমান বয়সত শংকৰদেৱে সূৰ্যৱতীক বিয়া কৰায় যদিও প্ৰথম কন্যা সন্তান মানুৰ জন্মৰ ন মাহৰ পিছতে পত্নীৰ পৰলোক ঘটে। ইতিমধ্যে শংকৰদেৱে প্ৰজাসহিতে বৰদোৱালৈ বাসস্থান স্থানান্তৰিত কৰিছিল। বত্ৰিশ বছৰমান বয়সত একমাত্ৰ কন্যা সন্তানৰ বিবাহ কাৰ্য সম্পাদন কৰি তেওঁ ককাক জয়ন্ত আৰু মাধৱক শিৰোমণি ভূঞাৰ বাব শোধাই সোতৰজন সঙ্গীৰে সৈতে প্ৰথমবাৰৰ বাবে তীৰ্থভ্ৰমণলৈ যায়। এই তীৰ্থ ভ্ৰমণে তেওঁক ভক্তি ধৰ্মৰ প্ৰতি গভীৰভাৱে অনুৰক্ত কৰি তোলে। ঘৰলৈ প্ৰত্যাৱৰ্তন কৰাৰ পাছত পৰিয়াল-পৰিজনৰ অনুৰোধ প্ৰত্যাখ্যান কৰিব নোৱাৰি তেওঁ কালিন্দী আইক বিয়া কৰাই পুনৰ সাংসাৰিক বান্ধোনত সোমাই পৰে যদিও ঘৰুৱা সমস্ত দায়-দায়িত্ব জোঁৱায়েক হৰিৰ হাতত এৰি দি ধৰ্ম-চৰ্চাত একাণপতীয়াকৈ লাগে। বৰদোৱাত তেওঁ মণিকূট, নামঘৰ আদি সাজি ধৰ্ম প্ৰচাৰ কৰিবলৈ আৰম্ভ কৰে।

শংকৰদেৱে বৰদোৱাত প্ৰায় চাৰে সাত বছৰ কাল আছিল। পাছলৈ ১৫১৬ খ্ৰীষ্টাব্দ মানত তেওঁ বৰদোৱা এৰে আৰু লুইতৰ উত্তৰ পাৰলৈ গৈ

শিঙৰিত এৰাতি, ৰৌতাত ছমাহ, ঘিলাজাৰিত এৰাতি, ভলুকাগুৰিত ডেৰমাহ আৰু কোমোৰাকুটাত কিছুকাল থাকি উজাই গাংমৌত প্ৰায় চাৰে পাঁচ বছৰ কাল থকাৰ পিছত শংকৰদেৱে ভূএগসকলক লৈ মাজুলীৰ ধুৱাহাটা বা বেলগুৰিলৈ যায়গৈ। ইয়াতে তেওঁৰ দ্বিতীয় আৰু তৃতীয় পুত্ৰ কমললোচন আৰু হৰিচৰণৰ, দ্বিতীয়া কন্যা ৰুক্মিণী বা বিষ্ণুপ্ৰিয়াৰ জন্ম হয়।

ধুৱাহাটত থকা সমছোৱাত শংকৰদেৱৰ মাধৱদেৱৰ সৈতে মিলন ঘটে। মাধৱদেৱৰ উপৰি তেওঁৰ জোঁৱায়েক গয়াপাণি বা ৰামদাস, ৰত্নাকৰ কন্দলী, ভাস্কৰ বিপ্ৰ ব্যাস কলাই আদি অনেক লোকে ইয়াতে তেওঁৰ শিষ্যত্ব লৈছিল। অসমৰ ধৰ্মীয় তথা সাংস্কৃতিক ক্ষেত্ৰৰ এইসকল ব্যক্তিৰ মণিকাঞ্চন সংযোগত অসমত নৱ বৈষ্ণৱ আন্দোলনৰ সূত্ৰপাত হয়। অসমীয়া জাতীয়তাবাদৰ অংকুৰণো এই সময়ছোৱাত সংঘটিত হয়।

নৱ বৈষ্ণৱ ধৰ্মৰ সম্প্ৰসাৰণ তথা প্ৰচাৰৰ ক্ষেত্ৰত শংকৰদেৱে শৈল্পিক সত্তাৰ সুষম প্ৰয়োগ এনেদৰে ঘটাইছিল যে পৰৱৰ্তী সময়ত পৰিৱেশ্য কলাৰ বিকাশ সাধনত শংকৰদেৱে প্ৰতিষ্ঠা কৰা সত্ৰ নিৰ্ভৰশীল হৈ পৰিছিল। শংকৰদেৱৰ সময়ৰ পৰা বৰ্তমানলৈ অসমৰ সামগ্ৰিক শৈল্পিক বিকাশত সত্ৰ নিৰ্ভৰশীল বুলি ক'লেও বঢ়াই কোৱা নহয়। স্বয়ং এগৰাকী শিল্পী হোৱা বাবে ধৰ্মীয় আচাৰ-কানুন পৰিৱেশ্য কলাৰ জৰিয়তে মানুহৰ মাজত প্ৰচাৰ কৰাত শংকৰদেৱ সফল হৈছিল। অসমৰ আন এগৰাকী যুগ নায়ক বিষ্ণু ৰাভাই শংকৰদেৱৰ বহুমুখী প্ৰতিভা সম্পৰ্কত মত দিছিল— "এই শংকৰদেৱৰ যুগতে হ'ল অসমীয়া শিল্পৰ চৰম বিকাশ। এই পৃথিৱীত যিসকল মহাপুৰুষে জন্ম গ্ৰহণ কৰিছিল তাৰ ভিতৰত......... এজন আছিল আমাৰ এই অসমৰে মহাপুৰুষ শ্ৰীশ্ৰীশংকৰদেৱ, যাক আজি অসমে 'গুৰু' বুলি পূজা কৰি থাকে। সঁচাকৈয়ে আজি শংকৰদেৱ অসমৰ গুৰু, অসমীয়াৰ প্ৰাণ। আজি শংকৰদেৱৰ যিকোনো সৃষ্টি বা সাহিত্য বাদ দিলে অসমীয়াৰ মৃত্যু হ'ব। ........... শংকৰদেৱে কি

নাজানিছিল আৰু কিনো নিদিছিল ? অসমীয়াক তেঁৱেই সকলো দি গৈছিল।"

শংকৰদেৱে তেখেতেৰ 'ৰুক্মিণীহৰণ কাব্য'ত 'বংশতে প্ৰখ্যাত গন্ধৰ্ব সাক্ষাত, জগতে বখানে যাক' বুলি পিতাক কুসুম্বৰৰ সংগীত বিদ্যাৰ পাৰদৰ্শিতাৰ প্ৰশংসা কৰিছিল। ইয়াৰ পৰা বুজা যায় যে বংশগতভাৱে গুৰুজনাই সংগীত চৰ্চাৰ পৰিৱেশ লাভ কৰিছিল। যাৰ ফলত ইয়াক প্ৰধান ভিত্তি হিচাপে লৈ তেওঁ নৱ বৈষ্ণৱ আন্দোলনৰ সূচনা কৰিছিল।

সংগীত চৰ্চাৰ পৰম্পৰা আৰু তত্ত্বগতভাৱে সংগীত শাস্ত্ৰৰ লগত নিবিড় পৰিচয় থকা বাবে তেওঁৰ ৰচিত গীতত ইয়াৰ আভাস পোৱা যায়। তেনে দুটামান প্ৰসঙ্গ ইয়াতে উদ্বৃত্ত কৰা হ'ল।

(১)

"যেখনে বংশীক চুম্বি তোলে স্বৰ-জাতি।  
ব্ৰহ্মা ৰুদ্ৰ আদি দেৱো হোৱে মোহ আতি॥  
গুণি থাকে একচিত্ত নমায়া কন্ধৰ।  
নিশ্চয় কৰিবে নোৱাৰও তাল-স্বৰ॥"

(২)

"গুনি পাচে ৰামৰ আদে দুয়ো ভাই।  
দিলা ৰাগহৰি ৰঙ্গে পঞ্চম উছাই॥  
তাৰ ঘোৰ মন্ত্ৰ নাদে দুয়ো গীত গাৱ।  
একজনে তাল আউৰ জনে যন্ত্ৰ বাৱে॥"

তদুপৰি 'চিহ্নযাত্ৰা'ৰ প্ৰস্তুতিৰ প্ৰসংগত গুৰুজনাই নিজেই গায়ক, পৰিচালক, বাদক অভিনেতাৰ ভূমিকাত অৱতীৰ্ণ হোৱাৰ উপৰি নিজস্ব আঁচনি আৰু পৰিকল্পনাৰে কেবাবিধো বাদ্য যন্ত্ৰ নিৰ্মাণ কৰিছিল। শংকৰদেৱে বিভিন্ন বাদ্যযন্ত্ৰ প্ৰস্তুত কৰাৰ যি বিৱৰণ পোৱা যায় সেই বিৱৰণৰ সূত্ৰ ধৰি 'চিহ্নযাত্ৰা'ৰ

অভিনয় প্ৰসংগত ব্যৱহাৰ কৰা বায়ুমণ্ডল বা বায়ুমণ্ডলি ৰাগ, মেঘমণ্ডল ৰাগ বা অংকৰ গীতত ব্যৱহাৰ কৰা কৌ-ৰাগ শংকৰদেৱৰ সৃষ্টি বুলি ভাবিব পাৰি। 'চিহ্ন' অৰ্থাৎ সপ্ত বৈকুণ্ঠৰ চিহ্ন তুলাপাতত হেঙুল হাইতাল বোলাই শংকৰদেৱে অঁকাৰ পৰা প্ৰতীয়মান হয় যে চিত্ৰশিল্পী হিচাপেও শঙ্কৰদেৱে বৈষ্ণৱ পৰিৱেশ্য কলাৰ বিকাশৰ বাবে চেষ্টা কৰিছিল।

'চিহ্নযাত্ৰা' মঞ্চস্থ হোৱাৰ সময়ত শংকৰদেৱে নিজে সূত্ৰধাৰ হৈ নান্দী শ্লোক গাই ৰাগ দি সকলোৰে মঙ্গল কামনা কৰিছিল। ইয়াৰ পিছত তিমিৰ ৰাগ আৰু বায়ুমণ্ডলীৰ ৰাগেৰে পুৰণি সৃষ্টিৰ প্ৰলয় আৰু নতুন সৃষ্টিৰ আৰম্ভণি সূচাইছিল। প্ৰৱাদ আছে যে নৃত্য-গীতেৰে 'চিহ্নযাত্ৰা' নাটক প্ৰায় সাতদিন ধৰি চলিছিল। শংকৰদেৱে নিজে সপ্তম বৈকুণ্ঠৰ ঈশ্বৰৰূপে অভিনয় কৰিছিল। তদুপৰি এই নাটকত শংকৰদেৱে নটুৱা সকলৰ লগত নৃত্যও পৰিৱেশন কৰিছিল।

নাট ৰচনা, বৰগীত ৰচনা আদিৰ উপৰি এইবোৰ পৰিৱেশনত দক্ষতা প্ৰদৰ্শন কৰি যোৱা এইজনা শিল্পীৰ শৈল্পিক প্ৰতিভা আৰু দক্ষতাৰ অলেখ উদাহৰণ পোৱা যায় যদিও চৰিত পুথি ৰচিয়তা তথা পৰৱৰ্তী সময়ৰ বুৰঞ্জীবিদসকলে শংকৰ-মাধৱৰ শিল্পী সত্বাক যথাযথ মান নিদিয়াৰ পৰিপেক্ষিতত বহুতো ঘটনা বা নিদৰ্শন সময়ত বুকুত হেৰাই গৈছে।

শংকৰদেৱে শেষ জীৱনত পাটবাউসীৰ পৰা বেহাৰলৈ ভালেমান বাৰ অহা যোৱা কৰিছিল। তেওঁ প্ৰায় আঢ়ৈ বছৰ কাল এই বেহাৰত কটাইছিল। শংকৰদেৱে শেষবাৰ বেহাৰত থকা সময়ত তেওঁৰ গাত এটা ফোঁহোৰা ওলায়। ইয়াৰ বিষত তেওঁৰ দেহত তীৱৰূপে জ্বৰ উঠে আৰু সেই জ্বৰ আৰু বিষতে ১৫৬৮ খ্ৰীষ্টাব্দত ১১৯ বছৰ বয়সত তেওঁৰ মৃত্যু ঘটে।

লগতে চাওঁক - **বুঢ়া খাঁ, নাৰায়ণ দাস ঠাকুৰ আতা**

## শোভাৰাম দত্ত

চাওঁক - **আনন্দি দত্ত**

## শ্ৰীধৰ

শিল্প নিপুণ কাৰিকৰ শ্ৰীধৰে ১৫৮৩ খ্ৰীষ্টাব্দত হাজোত মণিকূট মন্দিৰ নিৰ্মাণ কৰে। শুক্লধ্বজৰ ঔৰসত জন্মা ৰঘুদেৱে এই মন্দিৰ নিৰ্মাণত মুখ্য পৃষ্ঠপোষক আছিল।

## শ্ৰীধৰদেৱ

তেলপানী সত্ৰৰ অধিকাৰ স্বৰ্গীয় বৃন্দাবন চন্দ্ৰ গোস্বামী বিৰচিত 'তেলপানী সত্ৰৰ চৰিত' পুথিৰ পৰা ৰাজেশ্বৰ সিংহৰ ধৰ্মাচাৰ্য সকলৰ প্ৰতি থকা শ্ৰদ্ধা আৰু অনুৰাগৰ বিষয়ে জানিব পাৰি। এই সত্ৰৰ অধিকাৰ শ্ৰীধৰদেৱে ভাটীৰ পৰা বঙ্গালী বাদ্য আনি অসমত প্ৰচলন কৰিছিল। শ্ৰীধৰদেৱৰ সংগীত নিপুণতাৰ কথা শুনি ৰাজেশ্বৰ সিংহদেৱে তেওঁক ৰাজ-চ'ৰালৈ নিমন্ত্ৰণ কৰি নি তেওঁৰ মুখৰ গান শুনি প্ৰীতিলাভ কৰি যথাযোগ্য উপহাৰ দিছিল। পুথিখনত এনেদৰে আছে—

"..... হেন শুনি শ্ৰীমন্তধৰে গান কৈলা।
সমাজৰ লোক দেখি বিস্ময় মানিলা॥
ৰাজেশ্বৰ সিংহে দিলা সুবৰ্ণ কুণ্ডল।
কামৰূপী গোঁসাই বুলি তাত নাম ভৈল॥
দিব্য বস্ত্ৰ ৰজত যে দিলা অসংখ্যাত।
মাসে মাসে মোৰ ঠায়ে হৈবাহ সাক্ষাৎ॥"

# শ্ৰীৰাম আতা

শ্ৰীৰাম আতা মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ এজনা প্ৰিয়তম আৰু বিশিষ্ট শিষ্য আছিল। শ্ৰীৰাম আতাৰ পিতৃপুৰুষৰ নাম সন্তোৰাম আৰু মাতৃৰ নাম কণ্‌টুমাই আছিল। বৰ্তমান গোৱালপাৰা জিলাৰ অন্তৰ্গত শিমেলিয়া গ্ৰামত আতাই জন্মগ্ৰহণ কৰিছিল। তেওঁৰ পিতৃ মাতৃ সৰুকালতে ঢুকায়। সেয়েহে আন অনাথ শিশুসকলৰ দৰে তেৱোঁ নানা দুখ-দুৰ্দশাৰ সন্মুখীন হ'ব লগাত পৰে, কিন্তু নিজৰ কণ্ঠ সাধনৰ ক্ষমতা আৰু ওচৰ চুবুৰীয়াৰ সহায়ৰ বলত তেওঁ সকলো বাধা অতিক্ৰমিবলৈ সক্ষম হয়।

শ্ৰীৰাম আতাই মাধৱদেৱৰ লগত অনেক দিন থাকি অভিনেতা হিচাপে সুখ্যাতি অৰ্জন কৰিবলৈ সুযোগ পাইছিল। গুৰুজনাৰ উৎসাহ-উদ্‌গনি আৰু লগৰীয়া ভকত সকলৰ অনুৰোধ এৰাব নোৱাৰি তেওঁ অভিনয়ত যোগ দিবলৈ বাধ্য হৈছিল। এবাৰ গুৰুজনাই ধৰ্ম প্ৰচাৰৰ অৰ্থে লোক-শিক্ষা দিবলৈ ৰাম ভাওনা নামৰ অংকীয়া নাট ৰচনা কৰিছিল। ভগৱান ৰামচন্দ্ৰৰ আদি, মধ্য আৰু অন্তলীলাৰ ঘটনাৱলী অৱলম্বন কৰি নাটখনি ৰচিত হৈছিল। যথাসময়ত কেইবাদিনো আখৰাৰ পিছত এই নাটখন প্ৰদৰ্শন কৰা হৈছিল। এই ভাওনা একেৰাহে পাঁচদিন দৰ্শন কৰিও ৰাইজে আমনিবোধ কৰা নাছিল। নাটখন শ্ৰীমন্ত শংকৰদেৱৰ চিহ্ন-যাত্ৰা নাটৰ অনুৰূপ আছিল।

মথুৰা দাস বুঢ়া আতা, নাৰায়ণ দাস ঠাকুৰ আতা, হৰিহৰ আতা, গোপাল আতা (ভৱানীপুৰীয়া) আৰু শ্ৰীৰাম আতাই এই নাটৰ প্ৰধান ভূমিকাত অংশ গ্ৰহণ কৰিছিল। জাম্বৱন্তৰ ভাওৰ ভাৰ শ্ৰীৰাম আতাৰ ওপৰত পৰিছিল। তেওঁৰ স্বাভাৱিক অভিনয় নিপুণতাই দৰ্শকসকলক বিমুগ্ধ কৰিলছিল। ভাওনাৰ অন্তত দৰ্শকমণ্ডলীয়ে শ্ৰীৰাম আতাৰ অপূৰ্ব অভিনয় দক্ষতাৰ ভূৰি ভূৰি প্ৰশংসা কৰিছিল। আৰু তেওঁৰ নিচিনা ভকত এজনৰ দ্বাৰাও যে ভাওৰীয়াৰ দৰে কাম

সম্ভৱ হ'ব পাৰে তাক শুনি বিস্ময় মানিছিল। এওঁ মধুপুৰ সত্ৰত ইহলীলা সম্বৰণ কৰে।

## শ্ৰীহৰিদাস

শ্ৰীহৰিদাসৰ পিতৃ আছিল হাজোৰ মাধৱ আৰু কেদাৰৰ মধ্যৱৰ্তী কৃষ্ণপুৰ নিবাসী এজন বিষ্ণুভক্ত সদাগৰ। তেওঁৰ পত্নী লীলাৱতীৰ গৰ্ভত শ্ৰীহৰিদাসৰ জন্ম হয়। এওঁৰ জন্ম আৰু মৃত্যু দুয়োটা তাৰিখেই অজ্ঞাত। ড° সত্যেন্দ্ৰ নাথ শৰ্মাৰ মতে, আলোচিত কবিজনৰ উদ্ভৱ কাল হ'ল ষোড়শ শতাব্দীৰ শেষ ভাগ আৰু সপ্তদশৰ প্ৰথম চতুৰ্থাংশ। হৰিদাসে যাদবেন্দ্ৰ পুৰী নামৰ ব্ৰাহ্মণ এজনৰ ওচৰত গীতা-ভাগৱত প্ৰমুখ্যে বিভিন্ন শাস্ত্ৰ অধ্যয়ন কৰিছিল আৰু অতি কম বয়সতে সংগীত বিদ্যাতো পাৰদৰ্শিতা লাভ কৰে। পৰৱৰ্তী সময়ত হৰিয়ে পাটকাপোৰৰ ব্যৱসায়ত নামে। এবাৰ উজনিলৈ গৈ বেহা-বেপাৰ কৰি ফুৰোঁতে চাৰেংগী বৰঘাটত শ্ৰীবংশীগোপাল দেৱৰ সৈতে তেওঁৰ ভেটা ভেটি হয়। বংশীগোপালদেৱৰ লগত হোৱা আধ্যাত্মিক আলাপ-আলোচনাই শ্ৰীহৰিক বিষ্ণুভক্ত কৰি তোলে। তেওঁ ব্যৱসায় ত্যাগ কৰি বংশীগোপালদেৱক লগত লৈ হাজোত কিছুদিন কটাই তাৰ পৰা পাটবাউসীলৈ আহি দামোদৰদেৱৰ সত্ৰত থাকিবলৈ লয়। শ্ৰীহৰিদাসৰ সুমধুৰ কণ্ঠ, কবিত্ব শক্তিয়ে তেওঁক পাটবাউসী সত্ৰৰ পদ-পাঠক পদত অধিষ্ঠিত কৰিছিল। সুমধুৰ গায়কী সত্তাৰ বাবে এই গীতবোৰে পাঠকৰ অন্তৰ জয় কৰিব পাৰিছিল।

## সংৰাম

কছাৰী ৰজা কৃষ্ণচন্দ্ৰনাৰায়ণৰ দিনত ৰহাচকীৰ সুপ্ৰসিদ্ধ কটকী বৰা লক্ষীৰামে চিৰিপাৰৰ পৰা সাঁচিপাত আনি সংৰাম নামে এজন কাকতীৰ হতুৱাই খাচপুৰ চহৰত মথুৰা নদীৰ পাৰত 'নাৰদীয়ামৃত' পুথি এখন নকল কৰিছিল। সেইসময়ত নকল কৰা এইসকল লোক চিত্ৰশিল্পতো দক্ষ আছিল বুলি জনা যায়। ১৮০৮ খ্ৰীষ্টাব্দৰ ভাদৰ ন দিন যোৱাত সংৰামে সেই পুথিৰ নকল কাৰ্য সমাপ্ত কৰিছিল।

## সৰ্বজয়

শংকৰদেৱৰ ৰচিত 'চিহ্নযাত্ৰা'ৰ বৰদোৱাত হোৱা প্ৰথম প্ৰদৰ্শনৰ অভিনেতা। স্বয়ং শংকৰদেৱৰ যাত্ৰাৰ বিভিন্ন দিশত অংশ লোৱাৰ লগতে বনগঞাগিৰি বায়ন, ডেকাগিৰি, কমলিধৰা পৰমানন্দ নটুৱা আৰু সৰ্বজয় এই সকলে নিজ নিজ ভাও লৈ যাত্ৰা কৰিছিল।

## সৰ্বানন্দ ব্যাসকলাই

ধৰ্মনাৰায়ণ বা বলিনাৰায়ণ ৰজাৰ (১৬১৪ - ১৬৩৭) ৰাজসভাৰ এগৰাকী ৰত্ন। সৰ্বানন্দ ব্যাসকলাই অসমতো ব্যাস-সংগীত কলাৰ ওজাসকলৰ উপৰি পুৰুষ। কথিত আছে যে এদিন জেঠৰ তীব্ৰ খৰাংগুৰ সময়ত ৰজাই ব্যাসকলাৰ পণ্ডিতক মাতি আনি কৈছিল, "ওজা, আপুনি যদি আপোনাৰ সঙ্গীতৰ প্ৰভাৱত আকাশৰ পৰা আজি বৰষুণ নমাব পাৰে তেতিয়াহে বুজিম আপোনাৰ ব্যাসকলাই উপাধি লোৱাৰ সাৰ্থকতা আছে।" ব্যাসকলাই ওজাই হেনো সঙ্গীসকলৰ সৈতে তেতিয়া মেঘমল্লাৰ ৰাগ জুৰি গীত গাবলৈ ধৰে

আৰু গীত শেষ নৌহওতেই ধাৰাষাৰে বৰষুণ দিবলৈ ধৰে। গীত শেষ হোৱাৰ লগে লগে বৰষুণো এৰিব ধৰিলে। ৰজাই তেতিয়া বিশাল ভূমিখণ্ড দান কৰি তেওঁক তাতে চিৰস্থায়ীভাৱে থাকিবলৈ সা-সুবিধা কৰি দিলে। সেই ঠাইটুকুৰা এতিয়াও ব্যাসপাৰা নামেৰে জনা যায়।

## সৰ্বেশ্বৰী কুঁৱৰী

আগৰ দিনত অসমীয়া তিৰোতাই অকল যে যুদ্ধক্ষেত্ৰ বা ৰাজকাৰ্যতহে সুখ্যাতি লাভ কৰিছিল এনে নহয়— শিক্ষা তথা শিল্পকলাতো তেওঁলোকে অগ্ৰণী ভূমিকা লৈছিল। স্বৰ্গদেৱ শিৱসিংহ মহাৰাজৰ ছত্ৰভংগ যোগ হোৱাত ফুলেশ্বৰী বা প্ৰমেথেশ্বৰী কুঁৱৰীক ৰাজ্যভাৰ অৰ্পণ কৰি বৰৰজা খিতাপ দিয়ে। ১৬৫৪ শকত তেওঁৰ মৃত্যু হোৱাত ভনীয়েক দ্ৰৌপদীক বিয়া কৰাই বৰৰজা পাতে। এইজনা অম্বিকাদেৱী নামেও প্ৰখ্যাত। ১৬৬১ শকত অম্বিকাদেৱীৰ মৃত্যু হোৱাত স্বৰ্গদেৱে আঁকৰী বা অনাদৰীক বিয়া কৰাই কুঁৱৰী পাতি সৰ্বেশ্বৰী নাম দি বৰৰজা খিতাপ দিয়ে।

স্বৰ্গদেৱ শিৱসিংহ আৰু সৰ্বেশ্বৰী কুঁৱৰীৰ আদেশত ভোলানাথ দ্বিজ আৰু আত্মাৰাম দ্বিজ নামৰ দুজন কবিয়ে 'শল্যপৰ্ব মহাভাৰত' অসমীয়া পদত ৰচনা কৰে। পুথিৰ পাতে পাতে ওপৰে-তলে, সোঁহাতে-বাঁওহাতে কাপোৰৰ পাৰীৰ চানেকিৰ ছবি। তাৰপৰা অসমীয়া শিপিনীৰ হাতৰ কাম কিমান উচ্চ মানদণ্ডৰ আছিল বুজিব পাৰি। নিজে এগৰাকী সুদক্ষা শিল্পী আছিল বাবে সৰ্বেশ্বৰী কুঁৱৰী ইয়াতে ক্ষান্ত থকা নাছিল। গাঁও-ভূঞে থকা সকলো জাতিৰ ছোৱালীক সূতাকটা আৰু সঙ্গীত শিক্ষা দিবৰ কাৰণে কাৰেঙত ব্যৱস্থা কৰি দিয়ে। এই সম্পৰ্কে বুৰঞ্জীত আছে—"অনাদৰী বৰকুঁৱৰী সলাল গোহাঁইৰ জীয়েক, নাম ল'লৈ সৰ্বেশ্বৰী। ভোটৰ ল'ৰা এটি আনি তুলিছে আইকুঁৱৰীৰ

লগত লিগিৰাকৈ। ন-কৈ অনেক জাতিৰ ছোৱালীসকলক জুমে জুমে পাঁজিসূতা কটাকৈ লৈছে। গায়ন ছোৱলী সকলক গায়ন শিকাই লৈছে ভিতৰুৱালকৈ।"

## ৰায়বাহাদুৰ সাধনৰাম দাস

সাধনৰাম দাসৰ পৰিয়ালটো হাতীগিৰি আছিল। তেওঁলোকৰ হাতীবন্ধা ঠাইডোখৰ আজিও নগাবাৰী নামে জনাজাত। হাতী চিকাৰত পাকৈত এই গৰাকী ব্যক্তিয়ে পাট-মুগাৰ কাপোৰ আৰু ৰজাদিনীয়া আ-অলংকাৰ পৰিধান কৰি উৎসৱ আদিত যোগদান কৰি শিল্পীমনৰ পৰিচয় দাঙি ধৰিছিল। ১৮৭৬ খ্ৰীষ্টাব্দত লৰ্ড নৰ্থব্ৰুক জেনেৰেলৰ দিনত তেওঁক মাহে পঞ্চাশ টকাকৈ পেঞ্চন দিয়া হয়। ৰায়বাহাদুৰ সাধনচন্দ্ৰই পোন প্ৰথমে ডিগবৈত তেলৰ খাদ থকাৰ বাতৰি সদৰি কৰিছিল আৰু খনন কাৰ্যত সহায় কৰা প্ৰথম গৰাকী অসমীয়া মানুহ তেঁৱেই আছিল।

## সিদ্ধেশ্বৰ

ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' নামৰ গ্ৰন্থত এই গৰাকী সোণাৰিৰ উল্লেখ পোৱা যায়। লক্ষীমপুৰত (লখিমপুৰ) শৈশৱ কালত লগ পোৱা এইজনা সোণাৰিৰ বিষয়ে বেজবৰুৱাদেৱে এনেদৰে লিখিছে, "আমাৰ ঘৰৰ ওচৰতে সিদ্ধেশ্বৰ নামৰ সোণাৰি এজনৰ ঘৰ ঘৰ আছিল। তেওঁ সোণ-ৰূপৰ অলংকাৰ গঢ়া কাম কৰিছিল দেখি সকলোৱে তেওঁক সিধাই সোণাৰি বুলিছিলো................। সিধায়ে কেৰুমণি আৰু খাৰুত কেনেকৈ বাখৰ পতাইছিল, কেনেকৈ মিনা কৰিছিল, ৰঙা, নীলা আৰু কলপতীয়া কাঁচৰ মণি ভাঙি তাৰ একো একোটা সঁচা বাখৰৰ শাৰীত ধৰিব নোৱাৰাকৈ কেনেকৈ

বহুৱাইছিল, ইত্যাদি কাৰ্য আমি ইমান আগ্ৰহেৰে লক্ষ্য কৰি আমোদ পাইছিলো যে অনেক সময়ত উৎসাহৰ সোঁতত মগ্ন হৈ ভাতীত হাত লগাই সোণাৰিক সহায় কৰি নিজকে কৃতাৰ্থ মানিছিলো।" বেজবৰুৱা দেৱৰ (১৮৬৮ - ১৯৩৭) লেখনিৰ পৰা ধাৰণা হয় বেজবৰুৱাদেৱে কিশোৰ অৱস্থাত লগ পোৱা সিদ্ধেশ্বৰৰ বয়স সেই সময়ত চল্লিশৰ উৰ্দ্ধত আছিল। সেয়েহে সিদ্ধেশ্বৰৰ জন্ম হয়তো ঊনবিংশ শতিকাৰ ত্ৰিশ বা চল্লিশৰ দশক মানত হৈছিল। অৱশ্যে এই বিষয়ে কোনো ঐতিহাসিক তথ্য বিচাৰি পোৱা নাযায়।

## স্বৰূপানন্দ আৰু সহ- শিল্পীসকল

মণিপুৰৰ ভাগ্যচন্দ্ৰ মহাৰাজাই মণিপুৰত মণিপুৰী নৃত্যক শাস্ত্ৰীয় ৰূপ দিয়ে। তেওঁ 'গোবিন্দ সঙ্গীত লীলা বিলাস' বুলি এখন নৃত্যবিষয়ক পুথি ৰচনা কৰিছিল। এই বিষয়ত তেওঁক সহায় কৰিছিল তেওঁৰ সোহাতস্বৰূপ স্বৰূপানন্দই। স্বৰূপানন্দ অসমৰ পৰা মণিপুৰলৈ গৈ সম্ভৱত নৃত্য বিশাৰদ হিচাপে কাম কৰিছিল। স্বৰূপানন্দৰ লগত সেই সময়ত যিটো দল আছিল তেওঁলোকৰ কেইজনমানৰ নাম হ'ল (১) কণ্ঠীৰাম ওজা। (২) ধনীৰাম এচাইহান্‌বা (ধনীৰাম গায়ন) (৩) টৌলেন পুং এইবা (টোলেন বায়ন) আৰু (৪) ৰাজখোৱা পুং এইবা (ৰাজখোৱা বায়ন)

## হাগুৰাম দাস

ভালুকী সত্ৰত ১৮৬৫ খ্ৰীষ্টাব্দত স্থাপিত গায়ন-বায়ন দলৰ এজন গায়ন।

লগতে চাওঁক - **কোহিৰাম দাস।**

# হানিফ আহমেদ

অসমৰ প্ৰথম বাজিওৱালাজন আছিল বিজনীৰাজৰ সেনাধ্যক্ষ হানিফ আহমেদ। এই পৰিয়ালটো ঊনৈশ শতিকাৰ মাজভাগত বঙ্গদেশৰ পৰা আহি বৰ্তমানৰ গোৱালপাৰা চহৰত থিতাপি লয়। আঁতচ- বাজিৰ পৰম্পৰা থকা এই পৰিয়ালটোৰ সদস্য হানিফে বিজনী ৰাজৰ দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল আৰু ৰাজসভাৰ এগৰাকী সুদক্ষ আতচবাজি নিৰ্মাতা শিল্পীৰূপে প্ৰতিষ্ঠিত হৈছিল। হানিফ আহমেদে ঊনৈশ শতিকাৰ ষাঠিৰ দশকত সশস্ত্ৰ চিপাহীৰ কামাণ্ডাৰ হিচাপে যোগ দিছিল আৰু অৱসৰ লোৱাৰ পাছত অসমৰ প্ৰথম বন্দুক- বাৰুদৰ আৰু আতচবাজীৰ দোকানখন অভয়াপুৰীত খুলিছিল।(১৯০০ খ্ৰীষ্টাব্দৰ বহুত আগতে)

# অসমীয়া মুছলমান পৰম্পৰাগত শিল্পীসকল

মুছলমান সকলে খ্ৰীষ্টিয় ত্ৰয়োদশ শতিকাত উত্তৰ-পশ্চিম ফালৰ পৰা অসমলৈ আহে। তেওঁলোক নিজ দেশত নানান বিদ্যাত পাৰ্গত আছিল। অসমৰ স্থানীয় মানুহৰ মাজত সেইবোৰ বিদ্যাৰ বুৎপত্তি নোহোৱাত অসমলৈ অহা মুছলমানসকলৰ বিদ্যাৰে উপযোগী কামত লগোৱা হৈছিল। অসমৰ মুছলমানসকলক ৰজাঘৰীয়া কাম অনুসাৰে তলত লিখাৰ দৰে নানান শ্ৰেণী বা খেলত বিভক্ত কৰা হৈছিল।

## (ক) আখৰকটীয়া

এওঁলোকে দেৱোত্তৰ, ব্ৰহ্মোত্তৰ, ধৰ্মোত্তৰ আৰু পীৰপাল মাটি দিয়া তামৰ ফলি, ৰজাৰ বিশেষ আদেশ থকা তামৰ ফলি, শিলৰ ফলি, অন্যান্য কথা থকা শিল, সোণ-ৰূপ আৰু বৰহিলৈ, তাম-পিতল, কাঠৰ বাচন আদিত

আখৰ খোদাই কৰি কাটিছিল। এনে ধৰণৰ আখৰ কটাত মুছলমান কাৰিকৰ বৰ ওস্তাদ আছিল। পশ্চিম ভাৰতৰ আখৰকটীয়া ওস্তাদ অসমলৈ অনা হৈছিল। তেওঁলোকে আৰু তেওঁলোকৰ সতি-সন্ততিয়ে আখৰকটা কাম কৰি জীৱিকা মোকোলাইছিল আৰু অসমৰ অন্যান্য মানুহকো সেই শিল্প বিদ্যা শিকাইছিল। নং ৰুং ফুকন, শিলাকুটি বৰুৱা আৰু খনিকৰ বৰুৱাৰ তলত আখৰকটীয়া খেলৰ মানুহে কাম কৰিছিল আৰু তেওঁলোকৰ কাৰ্যৰ তত্ত্বাৱধান কৰিবলৈ হাজৰিকা, শইকীয়া আৰু বৰা আদি নিৰ্দিষ্ট বিষয়া আছিল।•

## (খ) খাৰঘৰীয়া

কিছুমান মুছলমানক খাৰ-বাৰুদ তৈয়াৰ কৰা কামত লগোৱা হৈছিল। তেওঁলোক গন্ধীয়াঘৰীয়া হিলৈদাৰী খেলত ভুক্ত আছিল।

## (গ) কাৰ্চিপৰ বনকৰা

এওঁলোকে ভাল মিহি কাপোৰৰ ওপৰত কটা ফুলৰ কাম কৰিছিল আৰু তোলা চাদৰ আদিত ডাঠ কাপোৰৰ ফুল কাটি চিলাই কৰিছিল আৰু ভাল ভাল সোণ-ৰূপৰ গুণাৰে ফুল-লতা বাচি বেজীৰে সি কাৰ্চিপৰ কাপোৰ তৈয়াৰ কৰিছিল।

## (ঘ) গুণা কটীয়া

এওঁলোকে আচল সোণৰ আৰু ৰূপৰ মিহি গুণা তৈয়াৰ কৰিছিল।

## (ঙ) বকতাৰ খেল

বৰবৰুৱাৰ অধীনত কাম কৰা এই শিল্পীচামে ভাল ভাল মিহি তৰোৱাল, ডাঙৰ সৰু কটাৰী, গুপ্তী তৰোৱাল আদি গঢ়িছিল।

## (চ) মুদ্ৰা সাঁচত মৰা

এওঁলোকে ৰজাৰ টকাশালত সোণ-ৰূপৰ চাকলি সাজি তাত আখৰ সাঁচ মাৰি নিৰ্দিষ্ট আঁকাৰৰ আৰু মূল্যৰ মোহৰ তৈয়াৰ কৰিছিল।

## (ছ) নাগেৰীয়া

অসমীয়া দেৱালয়বোৰত নাগেৰা বজাবৰ কাৰণে মুছলমান পাইক নিযুক্ত হৈছিল। এই নাগেৰা মুছলমান পাদশ্যাহ্ আৰু মনচবদাৰসকলৰ চ'ৰাৰ দুৱাৰ মুখৰ নক্কৰখানাত বজোৱা নহবতৰ দৰে এবিধ বাদ্য আৰু মৰ্যাদা অনুসাৰে দিনে ন-বাৰ, সাতবাৰ বা পাচবাৰকৈ নহবত বজোৱাৰ নিয়ম আছিল।

## (জ) মৰিয়া

এওঁলোকে পিতল খুন্দি তাৰ বাচন আদি তৈয়াৰ কৰা কামত নিযুক্ত হৈছিল। এওঁলোক মুছলমানৰ অন্তৰ্গত এটা সুকীয়া সম্প্ৰদায় বুলি পৰিগণিত হৈছিল।

## (ঝ) ৰহণ কৰা

এওঁলোকে ৰং মাৰি আন দ্ৰব্য মিহলাই পকা ৰং তৈয়াৰ কৰিব পাৰিছিল। এওঁলোকে কাঠৰ পালেং, খাট, চালপীৰা, হাতীদাঁতৰ নানান আচবাবত ৰহণ লগাইছিল। ১৮৩৪ খ্ৰীষ্টাব্দত সুকুমাৰ কাইথে সংকলন কৰা হস্তীবিদ্যাৰ্ণৱ পুথিৰ বিচিত্ৰ চিত্ৰাৱলী দিলবৰ আৰু দোচাই নামৰ দুজন চিত্ৰকৰে অংকণ কৰিছিল। এই দিলবৰ এজন মুছলমান আছিল। পুথিত থকা মুছলমান বাদশ্বাহৰ চ'ৰাৰ মুছলমান সংগীতজ্ঞ আৰু নাচনিয়াৰৰ ছবি এই দিল্‌বৰৰ তুলিৰ পৰা ওলাইছিল।

লগতে চাওঁক - **দিলবৰ আৰু দোচাই।**



বুদ্ধ, ১৯ শতিকা, বৰফাকিয়াল বুদ্ধ বিহাৰ, মাৰ্ঘেৰিটা



বিষ্ণু (ব্রঞ্জ), ১৮ শতিকা, লক্ষীমপুর



মহিষামর্দিনী (ব্রঞ্জ), ১৮ শতিকা, তিনিচুকীয়া



ৰাৱণ (কাঠ) ১৯ শতিকা, সুন্দৰীদিয়া সত্ৰ, বৰপেটা



গৰুড়, মাজুলী



ৰংঘৰ, শিৱসাগৰ



গড়গাঁও প্ৰসাদ, শিৱসাগৰ



নৱগ্ৰহ মন্দিৰ, গুৱাহাটী

# গ্ৰন্থপঞ্জী


| | | |
|---|---|---|
| অতুল চন্দ্ৰ হাজৰিকা | ১৯৬৭ | *মঞ্চলেখা*, জোনাকী প্ৰকাশ,গুৱাহাটী |
| আব্দুছ ছাত্তাৰ | ১৯৮৪ | *প্ৰসংগ কোষ*, যোৰহাট |
| এডৱাৰ্ড গেইট | ১৯৮৪ (১৯২৬) | *A History of Assam*, লয়াৰ্ছ বুক ষ্টল, গুৱাহাটী |
| এম. হুছেইন | ১৯৫৪ | *হজৰত আজান পীৰ*, শিৱসাগৰ |
| ড° কৰবী ডেকা হাজৰিকা | ১৯৮৭ | *মাধৱদেৱ ঃ সাহিত্য, কলা আৰু দৰ্শন*, বনলতা, ডিব্ৰুগড় |
| গুণাভিৰাম বৰুৱা | ১৯৭২ (১৯০০) | *আসাম বুৰঞ্জী*, গুৱাহাটী |
| চৈয়দ আব্দুল মালিক | ১৯৫১ | *অসমীয়া জিকিৰ আৰু জাৰী*, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশন, গুৱাহাটী |
| ডোনাল্ড | ১৮৯৬ | *Ivory carving in Assam* |
| দীনেশ্বৰ শৰ্মা | ১৯৭৪ | *মঙ্গলদৈৰ বুৰঞ্জী*, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী |
| পদ্মনাথ গোঁহাই বৰুৱা | ১৯৬৯ | *জীৱনী সংগ্ৰহ*, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী |
| পদ্মনাথ গোঁহাই বৰুৱা | ১৯৭৬ | *অসমৰ বুৰঞ্জী*, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী |
| প্ৰমোদ চন্দ্ৰ মেধি (সম্পা) | ১৯৯৯ | *হাজোৰ ইতিবৃত্ত*, হাজো |
| বেণুধৰ কলিতা | ১৯৬১ | *ফুলগুৰিৰ ধেৱা* |
| বেণুধৰ শৰ্মা | ১৯৫০ | *মণিৰাম দেৱান* |

| | | |
|---|---|---|
| ভাৰত চন্দ্ৰ ডেকা | | *ব্যক্তি পৰিচিত*, দ্বিতীয় খণ্ড |
| ভি. এলুইন | ১৯৫৯ | *The Art of North-Eastern Frontier of India*, শ্বিলং |
| ড° মহেশ্বৰ নেওগ | ১৯৮৭ | *শ্ৰীশ্ৰী শংকৰদেৱ*, চন্দ্ৰ প্ৰকাশ, টিহু |
| ড° মহেশ্বৰ নেওগ | ১৯৭১ | *পঢ়িয়া মাধৱ আতাৰ চৰিত* |
| ড° মহেশ্বৰ নেওগ (সম্পা) | ১৯৬১ | *লক্ষ্মীনাথ বেজবৰুৱা ঃ মোৰ জীৱন সোঁৱৰণ* |
| ড° মহেশ্বৰ নেওগ | ১৯৮৮ | *অসমৰ ধৰ্মৰ বুৰঞ্জী ঃ আন্ধাৰ আৰু পোহৰ*, অসম সাহিত্য সভা |
| ড° মহেশ্বৰ নেওগ (সম্পা) | ১৯৮৪ | *অৰুণোদই*, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী |
| ড° মহেশ্বৰ নেওগ | ১৯৭৪ | *বৰদোৱা গুৰু চৰিত* |
| ড° মহেশ্বৰ নেওগ (সম্পা) | ১৯৮৬ | *গুৰু চৰিত কথা*, গুৱাহাটী বিশ্ববিদ্যালয়, গুৱাহাটী |
| ড° মহেশ্বৰ নেওগ | ১৯৭১ | *Assamese Drama and Theatre*, গুৱাহাটী |
| ড° মহেশ্বৰ নেওগ | ১৯৬৫ | *Sankardeva and His Times*, গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশন, গুৱাহাটী |
| মিহিৰ চন্দ্ৰ মহন্ত | ১৯৬৫ | *শ্ৰীৰাম আতাৰ চৰিত*, নাজিৰা |
| লীলা ভূঞা | ১৯৮৩ | *দুজন গুৰু আৰু আতাসকলৰ চমু পৰিচয়*, নাৰায়ণপুৰ, লক্ষীমপুৰ |

## শিল্পী - জীৱনী কোষ

| | | |
|---|---|---|
| লক্ষ্মীনাথ বেজবৰুৱা | ১৯১৪ | শ্ৰীশংকৰদেৱ আৰু শ্ৰীমাধৱদেৱ, *বেজবৰুৱা গ্ৰন্থাৱলী*, প্ৰথম খণ্ড সাহিত্য প্ৰকাশ (১৯৬৮), সম্পাদক অতুল চন্দ্ৰ বৰুৱা |
| শৰৎ চন্দ্ৰ গোস্বামী | | |
| বিদ্যানিধি (সম্পা) | ১৯৪৩ | *সাত্বত তন্ত্ৰ*, যোৰহাট |
| ড° শিৱনাথ বৰ্মন | ১৯৯২ | *অসমীয়া জীৱনী অভিধান*, চফিয়া পাব্লিছাৰ্চ, গুৱাহাটী |
| ড° শিৱনাথ বৰ্মন | ১৯৮৬ | *শ্ৰীমন্ত শংকৰদেৱ : কৃতী আৰু কৃতিত্ব*, গুৱাহাটী |
| ড° সূৰ্যকুমাৰ ভূঞা | | *শৰাইঘাটৰ সুবচনী*, গুৱাহাটী |
| হৰিবিলাস আগৰৱালা প্ৰকাশিত (১৯০০) | | *দৈত্যাৰি ঠাকুৰ, শংকৰদেৱ-মাধৱদেৱ জীৱন চৰিত*, তেজপুৰ |
| হেমচন্দ্ৰ গোস্বামী (সম্পা) | ১৯১৬ | *দৰং-ৰাজবংশাৱলী*, শ্বিলং |

অসমৰ বিভিন্ন স্থানত হোৱা অসম সাহিত্য সভাৰ অধিৱেশনৰ মুখপত্ৰ, অসম সাহিত্য সভাৰ সমগ্ৰ পত্ৰিকা, জিলা আৰু অঞ্চলগত পৰ্যায়ত প্ৰকাশ হোৱা আলোচনী, স্মৃতিগ্ৰন্থ; অসমৰ বিভিন্ন জিলাৰ জিলা পুথিভঁৰাল, ৰাজ্যিক পুথিভঁৰাল, গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুথিভঁৰাল আদিত প্ৰাপ্ত আলোচনী, বাতৰি কাকত আদিৰ সহায়ো এইটো খণ্ড প্ৰস্তুত কৰাৰ বাবে লোৱা হৈছে।